# বোঁৱতি সুঁতিৰ চাপৰি

বাণী প্ৰকাশ সোণালী জয়ন্তী প্ৰকাশন

১৯৪৬-১৯৯৬





প্ৰকাশক
শ্ৰীগিৰিপদ দেৱ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ গুৱাহাটী-৭৮১০০১

শাখা ঃ
পাঠশালা ৭৮১৬২৫
বৰপেটা

১০ কৈলাশ বোস ষ্ট্ৰীট
কলিকাতা-৭০০ ০০৬

বেটুপাত ঃ
বেণু মিশ্ৰ

প্ৰকাশ মাৰ্চ ১৯৯৯ চন

বেচ ঃ পঞ্চাচ টকা মাথোন
পুথি ভঁৰাল সংস্কৰণ ঃ ৭০ ০০ টকা

মুদ্ৰণ ঃ
কম্পটন প্ৰিন্টাৰ্ছ ইণ্ডিয়া
উদ্যোগ পাম বামুণীমৈদাম
গুৱাহাটী ৭৮১০২১

---

**BOWATI SUTIR CHAPARI** written by Gurupada Choudhury and published by G P Dev Choudhury Bani Prokash Pvt Ltd Panbazar Guwahati 781001

# মোৰ মনৰ কথা

সৌ তাহানি দিনৰ সৰুৰে খুতি-নাতি বহুত কথা, বহুত কাহিনী সময়ৰ সোঁতত উটি ভাহি গৈ মনৰ অহিন কোণত জাঁজি হৈ বাজি বৈছিল। অধিনায়কৰ সম্পাদক যোগেশ দাসৰ খোঁচনিত পৰি জাঁজি মোকলাবলৈ মন কৰিছিলোঁ। সেই জাঁজিৰ 'চাব' কেইটামান এৰি দিওঁতে 'অধিনায়ক' আলোচনীত ক্ষণ চাই ভুটুংকৈ ওলাই পৰিছিল সম্পাদকৰ যত্নতে। কেইদিনমান পিছতেই কবি-সাহিত্যিক অজিৎ বৰুৱাৰ পৰা চিঠি এখন পালোঁ— " লিখিব খুজিছিলোঁ 'ধেৰ্ধেৰীয়া মটৰত বৰপেটালৈ যাত্ৰা' সম্পৰ্কে আপোনাৰ প্ৰবন্ধটো পঢ়ি। কেইবাবাৰো পঢ়িছোঁ। আপুনি যে কেৱল 'লেডাৰ টেকনোলজিষ্ট'েই নহয় 'বাৰ্ড' টেকনোলজিষ্টও এতিয়া আস্তে আস্তে ওলাব ধৰিছে। বিশেষকৈ নাক ফেচা জাহাজৰ বৰ্ণনা অতি উপাদেয় হৈছে। কিছুমান কথা মোৰ মুখস্তই হৈ গৈছে। মটৰৰ বনেট খোলা নকইনাৰ ওৰণি গুচোৱাৰ তুলনা কৰা উপমাটো অতি সুন্দৰ।" মনটো ভৰি উঠিল। অকালতে আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ যোৱাত মনৰ উদ্যম, কলমৰ গতি তেনেই স্থৱিৰ হৈ পৰিল। মনৰ কথা মনতে গাব খাই থাকিল।

কলিকতাত অসম চৰকাৰৰ বাণিজ্যিক উপদেষ্টা শ্ৰীকনক চন্দ্ৰ শৰ্ম্মাৰ উদ্যোগত বিখ্যাত এ এছ এল ক্লাবৰে সাহিত্য আলোচনা শাখা হিচাপে 'কলিকতা সাহিত্য চ'ৰাৰ' জন্ম হ'ল। উদ্দেশ্য হ'ল প্ৰবাসী অসমীয়াসকলৰ সাহিত্যৰ বিকাশ ঘটোৱা, লগতে থিতাতে পোৱা ভিন ৰাজ্যৰ শিল্পী সাহিত্যিকসকলৰ লগতো সাহিত্য-সম্প্ৰীতিৰ সেঁতু ৰচনা কৰা। এনেহেন উদ্দেশ্যত চাৰিওফালৰপৰাই সঁহাৰি পোৱা গৈছিল। আমাৰ বহুতৰেই সাহিত্যৰ বিকাশো ঘটিছিল। চ'ৰাৰ উদ্দেশ্য সফল হোৱা যেন লাগিছিল। শ্ৰীশৰ্মাৰ ফুচুলনিত পৰি একাধিক কাহিনী-চিত্ৰ চ'ৰাত পাঠ কৰিবলৈ সুযোগ পাইছিলোঁ। অপস্ততে শৰ্মা বদলি হৈ যাব লগা হোৱাত ময়ো কিছুপৰিমাণে লেহেম হৈ পৰিলোঁ।

পিছলৈ লিখাত মন বহা নাছিল যদিও, মোৰ অতি আপোনজন কবি-সাহিত্যিক গৌতম প্ৰসাদ বৰুৱা, নেকিব আহমেদ আৰু প্ৰদীপ পূজাৰীৰ তাৰণাত পৰি সাধুৰ চলতে কোৱা কথাবোৰকেই লাগ-বান্ধ নোহোৱাকৈ কিবাকিবি লিপিবদ্ধ কৰিবলৈ বাধ্য হৈছিলোঁ। আনকি কেতিয়াবা শ্ৰীবৰুৱাৰ ঘৰতে আচৰ পাতি লিখাবোৰ পঢ়ি

শুনাইছিলোঁ। ৰস পোৱা যেন অনুমান হৈছিল। মোৰ পিছৰ লিখা খিনিও অজিৎ বৰুৱাই পঢ়ি অভিমত দিছিল, --' লেখাটো পটি চালোঁ। এইবাৰ ইমান লৰা-লৰিকৈ লেখিছে কিয় ? আগৰবিলাকৰ মসৃণতা আৰু মন্থৰ উপভোগৰ আমেজটো নাপাওঁ কিয় ? আগৰ ন-কইনাৰ ওৰণিৰ দৰে উপমাও নাই। অলপ ধীৰে-সুস্থিৰে লিখিলে বেছি ভাল হ'ব বুলি ভাবো।" --কথা সঁচা। গতি মন্থৰ হোৱাটো গম পাইছিলোঁ। উকা উকা যেন লগা হৈছিল। মনৰ উক-মুকনিত বহুত কথা খৰখেদা যেন হৈছিল।

কথা বা কাহিনীবোৰ মই যেনেকৈ পাইছিলোঁ বা দেখিছিলোঁ হুবহু তাকেই প্ৰকাশ কৰাৰ চেষ্টা কৰিছো, কেৱল কথাৰ পাগ তুলিবলৈ বুলি আমাৰ ফালৰ বহুত কথিত শব্দৰে বাৰ-বাখৰৰ ফোৰণহে দিয়া হৈছে। মোৰ কলম তেনেই অঠাক কাৰণে অৱশ্যে পাগ অদা হ'ব পাৰে। এই শব্দবোৰ ব্যৱহাৰ কৰাত বহুতৰে বুজাত খতকা লগাতো স্বাভাবিক তথাপি সুহৃদসকলে 'জেতুকাৰ বোল চৰোৱা বুলি অভিমত দি কলম চলাই যাবলৈ দঢ়াই দঢ়াই ক'লে।

সাজেলি পৰত চোতালত জহ গাওঁতে নাইবা নানা কথাৰ চলতে কোৱা বেছিভাগ কথাৰে 'বাবা'ৰ পৰা পোৱা বা বাবাৰ লগত আঁত খাই থকা। সেইবোৰকেই কিতাপৰ সমল কৰি লোৱা হৈছে। নামনি অসমৰ বিশেষকৈ পুৰণি কামৰূপ দৰং আৰু অবিভক্ত গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলৰ আৰ্থ- সামাজিক সাংস্কৃতিক-ঐতিহাসিক তথ্যৰ ওপৰত ভিত্তি কৰিহে লিখা হৈছে।

এই কিতাপখন লিখাৰ গুৰিতেই মোৰ ভাইসকলৰ অবদান বিশেষভাৱে শলাগিব লগা। গিৰিপদে লিখা 'পাটাছাৰকুছি বিদ্যাপীঠৰ জন্মলগ্নৰ কথা' প্ৰবন্ধটো পঢ়ি বহুত সত্য তথ্যৰ সন্ধান পালোঁ।জ্যোতিপদ আৰু নিশিপদেও সময়ে সময়ে সৰু-সুৰা বহুত কথাৰ যোগান ধৰিলে। গংগাপদে বাবাৰ শেষ কালত কিছু কথা 'টেপ' কৰি ৰাখিছিল। এই টেপত বহুত পুৰণি কথাৰ সন্ধান পালোঁ। লগতে নানাভাৱে সহায় কৰিছিল বজালীৰ সাহিত্য ৰসিক নৰকান্ত দাস, নীলকান্ত ভূঞা (ডাক্তৰ), ৰজনীকান্ত দাস (ডাক্তৰ), শৰৎ গোস্বামী, ধীৰাজ গোস্বামী, দীনেশ শৰ্মা, প্ৰদীপ দেৱচৌধুৰী, পৰমা দেৱচৌধুৰী, সতীশ চৌধুৰী, জগদীশ চৌধুৰী, মুনীন শৰ্মা, ছেৰিফউদ্দিন আহমদ নলবাৰীৰ প্ৰফুল্ল গোস্বামী, কৰুণা গোস্বামী, গজেন দত্ত আদি সদাশয় সকলে।

মোৰ সৰুভাই ধনে (শ্ৰীপদ) নানা ভেজাল কৰি হলেও সাত ডিঙা পাৰ হৈ নতুন নতুন তথ্য সংগ্ৰহ কৰি সময়ে সময়ে মোলৈ পঠাই আছিল। কাৰণ বহুত সময়ত সঠিক তথ্যৰ সন্ধানত কাৰবালৈ কিবা লিখিলেও উত্তৰ পোৱা দুৰূহ হৈ পৰিছিল বা পোৱা নগৈছিল। ধনৰ তৎপৰতাতেই পোৱা কথাবোৰ ব্যৱহাৰ কৰাৰ সুযোগ ঘটিল।

ঔপন্যাসিকা শ্ৰীমতী নিৰুপমা বৰগোহাঁইৰ নাম নললে অকৃতজ্ঞতাৰ দোষে চুব। অধিনায়কত ওলোৱা চাব কেইটা পঢ়িছিল আনকো পঢ়িব দিছিল। কলিকতা অসমীয়া মহিলা সংস্থাৰ মুখপত্ৰ ঘৰুৱা'ত ওলোৱা (অসম সাহিত্য সভা দুধনৈ অধিবেশনৰ সময়ত) 'ডাংকাটি মহীয়সী প্ৰবন্ধটো পঢ়ি বিশেষভাৱে আকৃষ্ট হৈছিল। তেও উঠি পৰি লাগিল-- অভিযাত্ৰী নামৰ বৃহৎ উপন্যাস এখন লিখিলে অসমৰ মহিলা জাগৰণৰ পুৰোধা চন্দ্ৰপ্ৰভা শইকীয়ানীৰ ওপৰত। কলিকতাত থাকোঁতে প্ৰায়ে মোৰ আবাসলৈ আহি সাহিত্যৰ আচৰ পাতিছিল, আলোচনাৰ চলতে পেছি পেছি নানা বিষয়ক কথা সুধিছিল। 'আমাৰ গাঁৱৰ বিয়া'টো পঢ়ি বৰ আমোদ পোৱাৰ লগতে আমাৰ সংস্কৃতিৰ তথ্য উদঘাটন হোৱা বুলি মন্তব্য কৰিছিল। বাবাৰ প্ৰগতিশীল মনক শ্ৰদ্ধা জনাইছিল।

কলিকতা এ এছ এল ক্লাবৰ মুখপত্ৰ 'সংক্ৰান্তি' আৰু মহিলা সংস্থাৰ ঘৰুৱা'ত দুই এটি কাহিনী-চিত্ৰ প্ৰকাশ পালে। সংক্ৰান্তিৰ সম্পাদক দেবেন দেৱান আৰু মহিলা সংস্থাৰ সভাপতি শ্ৰীমতী ৰেখা চলিহা বসু আৰু সম্পাদিকা শ্ৰীমতী উৎপলা বৰুৱালৈও ধন্যবাদ জ্ঞাপন কৰিলোঁ। তেতিয়াৰ এ এছ এল ক্লাবৰ সম্পাদক শিল্পী দেবেন দেৱানে নানাভাৱে সহায় কৰিছিল, আনকি বেটুপাতটোও খ্যাতনামা শিল্পী বেণু মিশ্ৰৰ হতুৱাই আঁকাই দিয়াৰ দায়িত্ব লৈছিল। প্ৰতিষ্ঠিত শিল্পী বেণু মিশ্ৰৰ ৰেখাচিত্ৰই কিতাপখনৰ কিমান সৌষ্ঠৱ বঢ়ালে শিল্পী কবিসকলেহে শিল্প-কৰ্মৰ [illegible]ন্দন লাভ কৰিব পাৰিব। শিল্পীলৈ আন্তৰিক ধন্যবাদ থাকিল।

সাহিত্যিক তীৰ্থ ফুকনে বৰ গণকটো হৈ কিতাপৰ নামটো বাছি দিয়াত সহায় [illegible]ৰিলে। কস্তুৰী লেজাৰ'ৰ অধিকাৰ মোৰ নাতি ধীৰেন দেৱ চৌধুৰীয়ে মোৰ টেবুলতে কিতাপ কাগজৰ তলত গাব দি থোৱা 'চাব কেইটাৰ টোপোলাটো অজান্তে লৈ গৈ 'কম্পোজ'ৰ কাম আৰম্ভ কৰি দিলেই । কিতাপ উলিওৱাৰ কথা ভবাই নাছিলোঁ। তাহাঁতৰ তৎপৰতাতেই প্ৰকাশৰ বাট মুকলি হ'ল। এই বিষয়ত কাৰ কেনেকৈ শলাগ লম সাদৰ জনাম তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। মনতে সাঁচি ৰাখিলোঁ।

পৰিশেষত পঢ়ুৱৈ সমাজত সমাদৰ পালেই আনন্দিত হ'ম।

গুৰুপদ চৌধুৰী

# ভোজ্য পাত্র

# ধেৰ্ধেৰীয়া মটৰেৰে বৰপেটালৈ যাত্ৰা

মই সৰুতে কিৰকিৰীয়া শুকান খৰি যেন চেহেৰাৰ আছিলোঁ। কাৰোবাৰ লগত অকণমান কথাতে কিবা লাগিলেই টিঙিছকৈ খংটো উঠি চুলিৰ আগ পায়। তেতিয়া আৰু কি কৰোঁ কব নোৱাৰোঁ। গধূলি পঢ়াৰ সময়ত হলে কথাই নাই কিতাপ-ফলি তাতেই এৰি ফন্তি কৰি বিছনাত উঠোঁ, ৰোহ ঘৰত পৰোঁ। কোনোবাই কিবা সুধিলেই হাতৰ কাষতে যি পাওঁ তাকেই দলিয়াই দিওঁ। বাইদেউহঁতে ভৰক ভাঙিবলৈ চেষ্টা কৰে। ৰাতি ভাত খাব মাতিলে খঙতে কুচিমুচি পৰি থাকোঁ। কেতিযাবা আকৌ পথালি কোলাকৈ তুলি নি ভাতৰ পাতত বহুৱাই দিয়ে। কেবাদিনো ভাত নাখাই লঘোণ পৰিছিলোঁ। পুৱা ৰাতি সাৰ পাই পেটত কুমতি খামোচা যেন পালে ভোকত তৎ নাপাই মাক মাতি কিবা খাইছিলোঁ। দেউতাক ভয় কৰিছিলো কাৰণে খোৱাৰ সময়ত দেউতা থাকিলে সুৰসুৰকৈ গৈ ভাতৰ পাতত বহিছিলোঁ। জহকালি চোতালত আবুই পাটীচৰাত বহি জহ গাই থাকে। আমিও কাষতে বহি পঢ়িব ধৰোঁ। পঢ়াত হলে মন নবহে, কিতাপখন মেলিলেই টোপনিয়ে হেঁচা মাৰি ধৰে। কিন্তু আবুই সাধু কথা জুৰিলেই টোপনিযে পলাই ফাট মাৰে। সাধুবোৰ থহ থহকৈ কাণেৰে সোমাই মগজুত ভৰ কৰে— চাতি-মাটি বাইৰ সাধু, নেজাল তৰাৰ সাধু, ঐৰাৱতৰ হাতীপটীৰ কথা আজিও মনত আছে। পুথিৰ পাঠহে মগজুত নোসোমায়। আজিও কিতাপ মেলিলে চকু মুদ খাই আহে। সেযে পঢ়াৰ সময়ত চুটা লগাই ঠেহ কৰা ফন্দি উলিযাইছিলোঁ।

দেউতাক এনেয়ে যম যেন দেখোঁ যদিও, আমাক হলে বৰ মৰম কৰে। ৰাতি পঢ়া শেষ হলে চোতালত বহি জহ গোৱাৰ চলতে দেশ-বিদেশৰ নানা আবিষ্কাৰৰ কাহিনী, ৰামায়ণ-মহাভাৰতৰ নানা সাধু, ১৮৯৭ চনৰ বৰভুঁইকপৰ কথা, প্ৰথম মহাসমৰৰ কথা, বালগংগাধৰ তিলক, ঋষি অৰবিন্দ, জালিয়ানবালাবাগৰ কথা কৈছিল। আনকি সাধুৰ চলতে তাহানি দিনৰ পুৰণি কথাও কৈছিল। আমাৰ ঘৰ হেনো এতিয়াৰ গোহাইকমল আলিৰ উত্তৰ পাৰে আছিল। গোহাইকমল আলিটো বাঙ্কোতে পাঠশালাৰ উত্তৰে কেন্দুৰ তলেৰে কুবাৰা-পাহলা হৈহে বান্ধিছিল। ইংৰাজ চৰকাৰে ৰাস্তা পোনাই পাঠশালা পাটাছাৰকুছিৰ মাজেৰে কৰিলে। আজিৰ জাতীয় সৰণি।

চাৰিওফালে অটব্য হাবি। দিনতে বাঘ-ভালুক ওলায়। বনৰীয়া হাতীয়ে ধান খাব আহিলে জোঁৰ লৈ খেদি গৈছিল। জুই দেখিলে হাতী পলায়। কোনোবা এজনী সাহসী বুঢ়ীয়ে জোঁৰ দেখুৱাতো হাতী নোযোৱা যেন দেখি পাছফালে গৈ নেজত জোঁৰ লগাই দিলে। আতাহ পাৰি হাতী পলাল। বৰভূইকঁপৰ সময়ত সকলো থানবান হৈ গ'ল। আলিৰ উত্তৰ পাৰটো উলট-পালট হৈ বৰ বিল হ'ল। সৌ সিদিনালৈকে 'বালাৰ বিল' বুলি কৈছিল। আমি ডাঙৰ হোৱাত সেই বিলত হাঁহ-শৰালী চিকাৰ কৰিছিলো। এতিয়াহে খেতি পথাৰ হ'ল। ভূইকঁপৰ পিছতেই উত্তৰপাৰৰপৰা দক্ষিণ পাৰলৈ উঠি আহিল। আমাৰ গাওঁখন বেছ পুৰণি। গাঁৱৰে কোনোবা এজনে হেনো বনৰীয়া জন্তু বিশেষকৈ বনৰীয়া গৰু ধৰাৰ কৌশল জানিছিল।

ডাঙৰ হোৱাত বন্ধুৰ দৰেই বন্ধাই লৈ মেল পাতিছিল। দেউতাই বৰপেটা গুৱাহাটীলৈ গলে প্ৰায়ে আমাৰ কোনোবাক লগত লৈ গৈছিল— আমাৰ চকু মেল খাওঁক বহিৰ্জগতৰ লগত পৰিচয় হওঁক বুলি। আমাৰ ডাঙৰ বাইদেউক তেতিয়াৰ বৰপেটাসত্ৰৰ সত্ৰাধিকাৰৰ ঘৰলৈ বিয়া দিছিল। ৰিণি ৰিণি মনত পৰে, মস্ত মস্ত পাগুৰি মৰা বৰ বৰ মানুহ কিছুমানে মটৰ গাড়ীৰে বৰযাত্ৰী হৈ আহিছিল। আমাৰ অঞ্চলত সেইখনেই হেনো প্ৰথম বিয়া আছিল বৰযাত্ৰী মটৰেৰে অহা।

এদিন মোৰ কিবা কথাত অথন্তৰ লাগি ফন্তি হ'ল। দেউতাই আহি দেখিলে মই কান্দি আছোঁ। তোৰ ছোলা পেণ্ট ধোৱা আছে না? আজি ভালকৈ চাবোন দি গা ধুবি, কালি তোক বৰপেটালৈ লৈ যাম।'– এইবুলি মৰম কৰি দেউতাই ক'লে। দেউতাৰ কথা শুনি চকুপানী মচি থাকোঁতেই হাঁহি বিৰিঙিছিল। মই তেতিয়া 'খ মান শ্ৰেণীত পঢ়োঁ। প্ৰথম মটৰত উঠি বৰপেটালৈ যাম, বৰ মজা লাগিব। মই তেতিয়ালৈকে মটৰত উঠা নাই। এবাৰ তৰুণ ফুকন আমাৰ ঘৰলৈ আহোঁতে তেওঁৰ গাড়ীখন চুইহে চাইছিলোঁ ধুলি লগা মটৰৰ গাটোত আঙুলিৰে আঁক্ বাককৈ আঁকিছিলোঁ। তেতিয়াৰ দিনত আমাৰ ফালৰ মানুহবোৰে বৰপেটাত কোৰ্ট-কাছাৰী কৰিব লাগিলে খোজকাঢ়িযে বৰপেটালৈ গৈছিল। আস্কাৰে পোহৰে দলবান্ধি যায়। কোনোবা এজনে সাধুকথা আৰম্ভ কৰে, সাধু কৈ কৈ বৰপেটা পায়গৈ। গধূলিও তেনেকৈয়ে আহে, ৰাতি দোভাগত ঘৰ চাপে। কেতিয়াবা হেনো দল ডাঙৰ হলে উঠেলিতে চাহ-ভাতৰ খৰচ দি সাধু কোৱা মানুহ লৈ যায়। তেতিয়াৰ দিনত সৰু মটৰ গাড়ী এখনো পাঠশালাৰপৰা যায়। উপেন্দ্ৰ (চৌধুৰী) দৰ্জীৰ মটৰ। তাৰ আগতে হেনো কালীচৰণ দত্তৰ মটৰ আছিল। তাৰে ইঞ্জিনটো সৌ সিদিনালৈ তেওঁলোকৰ কাথিতে পৰি আছিল। তেতিয়াৰ দিনত 'চেভ' নাইবা 'ফোৰ্ড' গাড়ীৰ

ওপৰৰ ত্ৰিপালৰ হুড থকা শৰু সৰু গাড়ী আছিল। তাকেই সেই 'বড়ী সলাই ৰৰপেটীয়া সুতাৰৰ হতুৱাই 'বাছবডী বনাই মানুহ অনা-নিয়া কৰা যাত্ৰীবাহী বাছ কৰিছিল। পাছকালে দীঘলীয়াকৈ দুখন বেঞ্চি। তাতে চাৰিজন চাৰিজনকৈ মানুহ বহে। ড্ৰাইভাৰৰ কাষতো এজন বহিব পাৰে। বিশেষ সম্মানী ব্যক্তি ভাল চাকৰিয়াল নাইবা পুলিচৰ বিষয়া হলেহে তাত বহিব পাৰে। নিৰ্দিষ্ট আসনতকৈ সৰহ মানুহ নিয়া নিয়ম নাছিল, নিনিছিলো। এবাৰ এনেকৈ যাওঁতে ময়েই হিচাপতকৈ বেছি হ'লোঁ। য'তে বাঘৰ ভয়, তাতেই ৰাতি হয়। দুৰ্ভাগ্য যে সেইদিনাই পুলিচ চাহাবো ৰৰপেটালৈ যাব আহিছিল। পোমাৰা নদী মাৰ-নাৱেৰে পাৰ হৈ অলপ দূৰ গৈছোঁহে, পুলিচ চাহাবৰ গাড়ীয়ে বাটতে ভেটা দিলে। বাছ ৰখাই গণি-পিটি চালে। মইহে চাহাবৰ গণ্টিত বেছি হ'লোঁ। ড্ৰাইভাৰৰ মুখৰ মাত হৰিল। চাহাবৰ লগত মেমজনীও আছিল। মেমজনীয়ে মইহে উপৰুৱা হোৱা দেখি ঘেকঘেককৈ হাঁহিব ধৰিলে। চাহাবেও মিচিকীয়াই হাঁহি মাৰি মোৰ গালত টুকুৰিযাই দি চাহাবী ঢঙতে অসমীযাতে ড্ৰাইভাৰক কিবা কৈ গুচি গ'ল। মোৰ বুকু ঢপ্‌ঢপাব ধৰিছিল, বেছি হোৱাজনক এৰি থৈ যাব বুলি ভাবি।

সিদিনা ৰাতি পুৱাওঁ-নুপুৱাওঁতেই উঠি সাজি-কাচি ওলালোঁ। পাঠশালালৈ চাৰি মাইল বাট। দেউতাৰ চাইকেলৰ মাজৰ লোহাডালত সৰু গাৰু এটা বান্ধি দিলে। মই তাতেই বহিলোঁ। ৰ'দ ওলোৱাই নাই, পাঠশালা পালোঁ। মটৰ মালিকৰ কোনোবাই দেউতাৰ চাইকেলখন নি ভিতৰত সোমাই থলে। বাহিৰত মটৰখনৰ পাছৰ চকা এটাত এজনে পাম্প দি আছে। কাষত এবাল্টি পানী। ইঞ্জিনটোৰ ঢাপলি দুখন তুলি থোৱা আছে। মই ইঞ্জিনটোৰ ভিতৰটো চাই আছোঁ, এনেতে মটৰখন ধুই থকা জনে 'ধেৎ' বুলি উঠিল। মই সাউৎ কৰে বাৰাণ্ডা পালোঁগে। বাৰাণ্ডাতে দেউতা বহি আছিল। কাষত আছিল মালিকৰ ভায়েক ড্ৰাইভাৰ সভানাথ চৌধুৰী। 'সভা চাহাব' বুলিয়ে সকলোৱে জানে। মানুহজন চৌখিন, তাতে আকৌ ফটিকাৰ জালত মচগুল হৈ থকা কাৰণে 'চাহাব' নাম পালে। তেওঁ দেউতাক মামা বুলি মাতে। তেওঁ মোক ভিতৰলৈ লৈ গ'ল। চাহাবৰ ঘৈণীয়েক বৰ সাদৰি আছিল। ঘৈণীয়েকে মোক আথে-বেথে বহিব দি 'চানাৰ শৰ্মা' খাব দিলে। মোৰ ঠাণ্ডা লাগি কাহ হৈছিল। দুই এবাৰ খুকুৰ-খুকুৰকৈ কাহিছিলোঁ। লগে লগে জালুকৰ গুৰি আৰু মিচিৰিৰ গুৰি মিহলাই খাব দিলে। উৰমাল এখনত অলপ বান্ধিও দিলে।

তেতিয়াৰ দিনত পাঠশালা বজাৰত দোকান পাট নাই বুলিলেই হয়। ষ্টেচনৰ বাটত কানীয়া কেঞা আৰু গৌৰী লহকৰৰ দোকান, ডাঃ জিনাৰাম দাসৰ ভগা জুপুৰীটো, চোকটোতে বিশ্বেশ্বৰ কেঞা লোকনাথ (চৌধুৰী) ডেকাৰ চাহৰ দোকান

আৰু দুই-এঘৰ মানুহ, মাজতে কালীচৰণ দত্তৰ চাল-বাকলি নোহোৱা বেৰৰ ঘৰটো। বাৰাণ্ডাতে ভগা-ছিগা লোহা-লক্কৰ, ভগা ইঞ্জিন পৰি আছে। সেই দিনত হেনো গুৱাহাটীৰ কালীচৰণ বুকডিপোই, নলবাৰীৰ ৰবি-দত্ত আৰু পাঠশালাৰ গৌৰী লহকৰৰ দোকানে বৰ বৰ মাৰোৱাৰীৰ লগত ফেৰ মাৰিব পাৰিছিল। মাৰোৱাৰীয়ে বহু ক্ষেত্ৰত সমীহ কৰি চলিছিল। লহকৰৰ দোকানত নোহোৱা বস্তু নাছিল। গেলামালকে আদি কৰি বেজী-সূতাৰপৰা কিতাপ-কাগজ, কানি-কাপোৰ, কবিৰাজী মচলা, ঔষধ, যাত্ৰাপাৰ্টিৰ সৰঞ্জাম যি লাগে তাকেই পোৱা যায়। ১৯৪৯ চনত গৌৰী লহকৰ ঢুকোৱাৰ পিছত, পিছৰ পীৰিৰ ডেকাসকলৰ হাতত পৰি আধুনিক ঠাঁচত তুলিবলৈ গৈ পাট তুলিলে। শেষত সেই ভেটিতে গজি উঠিল 'নটবাজ অপেৰা', 'নটবাজ থিয়েটাৰ'।

কানীয়া কেএৰাৰ ভেটিত দুৱৰি গজিল। বহুদিন পিছত কোনোবা ওৱাৰিচ ওলাল যদিও, ঘৰৰ টিনপাত আদি সকলো খুলি খুলি বেচি চিন নোহোৱা কৰিলে।

কালীচৰণ দত্ত আছিল বৰ বীৰ মানুহ। বুদ্ধিত তীখৰ, টিকিলি মাৰিয়েই কথাৰ আঁত ধৰিব পাৰে, মুখ মেলিলেই গৰ্ভ দেখে। কথাত চহকী, পুৰণি কথাৰ ভাণ্ডাৰ। এম ভি স্কুলৰ শিক্ষক আছিল-- অংকৰ পোক। তেওঁৰ সন্মুখেৰে কোনোবা ছাত্ৰ গ'লে হেনো মাতি আনি নানা ধৰণৰ মৌখিক ধৰে, কাইথেলী অংক মুখে মুখে কৰিব দিয়ে। কোন ঠাইৰ নাম কেনেকৈ হ'ল, ফিঙুৱা ৰজা, ভূটীয়া ৰজা, অহোম ৰজা কোঁচ ৰজাৰ কাহিনী বিজ্ঞানৰ আবিষ্কাৰৰ কাহিনী সলসলাই কৈ যায়। ছাত্ৰসকলে হেনো প্ৰশ্ন ধৰাৰ ভয়তে তেওঁৰ আঁৰ কাটি ফুৰে। কোন তলকত কি প্ৰশ্ন ধৰে ঠিকনা নাই। বুঢ়া কাললৈকে নতুন বস্তু পালে লিৰিকি বিদাৰি চাইছিল যন্ত্ৰপাতি হ'লে কথাই নাই। জ্ঞানৰ বৰ হেঁপাহ। এখন উন্নত ধৰণৰ তাঁতশাল আবিষ্কাৰ কৰিছিল। সেইখন এতিয়াও আছে। ডেকা বয়সত মন গ'ল তাজমহল চাবলৈ। তেতিয়া হেনো ভালকৈ ৰেল চলাই নাই। বালুচ ট্ৰেইনতে উঠি কিছুদূৰ তাৰ পিছত নানা বাহানা কৰি, খোজকাঢি তাজমহল পালেগৈ। হুতাহ পলুৱাই চাই আহিল।

স্বাধীনতাৰ পিছত এবাৰ এটা অপ্ৰত্যাশিত ঘটনা ঘটিল। কোনোবা এজন চৰকাৰৰ লেজুৰে কিবা ঈৰ্ষাত কালীচৰণ দত্তৰ ঘৰত ধান লুকাই ৰখা বুলি ৰিপোৰ্ট দিলে। তেখেতৰ আকালো নাই, ভঁৰালো নাই। সেই সময়ত চৰকাৰে ধান 'চীজ' কৰি আছিল। পাঠশালা হ'ল বজালী অঞ্চলৰ ধানৰ 'আৰত'। বৰপেটাৰপৰা এজন হাকিমৰ তদাৰকিত ধান 'চীজ' কৰা হৈছিল। লেজুৰ ৰিপোৰ্ট মতে দত্তৰ ঘৰতো খানাতালাচ কৰিব আহিল। দত্ত দেখাত জধলা। ভাৱধাৰাহে আধুনিক প্ৰগতিশীল।

তেওঁতকৈ সৰুবোৰক 'তই' বুলি মতাটো এটি স্বভাৱ। তাতে কোনেও কাণ নকৰে। বন্দুকধাৰী চিপাহীৰে সৈতে স্বয়ং ডেকা হাকিম তেওঁৰ সম্মুখত থিয় হোৱাত নিত্য ব্যৱহাৰ কৰাৰ দৰে কৈ উঠিল, "কি বাপা, তুহঁতনু মোৰ ঘৰতহে ধান বিচাৰি আইহবা পাল্লি না? মোৰ ঘৰত কি আছে বাইহৰোৰপে দেখু দেখা পাবা পাৰাহ।" ডেকা হাকিম, মেজাজ চৰা। তই তকৰাকৈ মতাত অপমান বোধ কৰিলে। ঘৰ সোমাই পাটপিটকৈ বিচাৰিলে। মজিয়াতে এবস্তা ধান আছিল, তাকেই জব্দ কৰিলে। তেওঁ নিজৰ খোৱা ধান বুলি নিবলৈ বাধা দিয়াত তেওঁকো গ্ৰেপ্তাৰ কৰিলে। কথাটো চাটি-ফুটি গ'ল। এনেয়ে ধান 'চীজ' কৰা আক্ৰোশ আছিল, তাতে আকৌ নিৰীহ দত্তক এনে কৰা দেখি ৰাইজ জাঙুৰ খাই উঠিল। দত্তও হতভম্ব হ'ল।

পাঠশালাত এটি সৰু চৰকাৰী জিৰণি ঘৰ আছিল। তালৈ লৈ গ'ল। গাঁৱে-ভূঞে কথাটো চানি পৰিল। দলে দলে ৰাইজ উঠা দি আহিল। চৰকাৰী জিৰণি চ'ৰা ঘেৰাও কৰিলে। কাণি-এন্ধাৰ হৈছেহে, উত্তপ্ত ৰাইজ সঞ্চাত হেৰুৱাই বন্দুকধাৰীৰ কাষ পালে। বন্দুকধাৰীয়ে তৎ হেৰুৱাই নিজকে বচাবলৈ 'ফাঁকা আবাজ' কৰিলে। হাকিমে দেখিলে কথা বিষম। ৰাইজ কিন্তু হোহকা নাই, থিতাতেই খোপনি পুতি থাকিল। পোহৰ আন, পোহৰ আন। লাইট লাইট, টৰ্চ টৰ্চ' চিঞৰ-বাখৰ লাগিল। হাকিমো বিবুদ্ধিত পৰিল। দত্তই বাৰাণ্ডাতে মাটিত লেপেতা কাৰি নিৰ্বিকাৰ হৈ বহি আছিল। দত্তই তৎক্ষণাত কৈ উঠিল "গাধাহঁত, গাড়ীৰ হেডলাইট জ্বলে দি।" হেডলাইট জ্বলাই দিলে। পোহৰ হৈ উঠিল। হাকিমে দত্তৰ বুদ্ধিক তাৰিফ নকৰি নোৱাৰিলে। হাকিম আছিল জ্যোতিৰ্ময় বৰুৱা। পিছত তেখেত ভাৰত চৰকাৰৰ বৈদেশিক মন্ত্ৰণালযত উচ্চ বিষয়া হৈছিল। কথাই কথাই ওলাই পৰিল হাকিমৰ দেউতাকো দত্তৰ সহকৰ্মী আছিল। ৰাতিয়ে গাড়ী পঠাই বৰপেটাৰ বৰ হাকিমক মতাই আনি দত্তক এৰি দিয়াৰ দিহা কৰিলে। নিজেও দুখ প্ৰকাশ কৰিলে।

গোহাইকমল আলিটোৱেই হ'ল উত্তৰ পাৰৰ ঘাই আলি। তেতিয়াৰ দিনত নামতহে আলিটো— পথাৰৰ মাজৰ গৰুগাড়ী যোৱা গপ্তাহে। বাৰিষা হলে যম নোযোৱা হৈ পৰে, খৰালী হলে এক আঠুমান ধূলি। পিছত কিছু উন্নত হোৱাত নাম থলে 'নৰ্থ ট্ৰাংক ৰোড', আজিকালি ৩১ নং জাতীয় সৰণি। অকণমানি বাছখনে ধূলিৰ মাজে মাজে টুৰুটুৰুকৈ দৌৰী যায়। বাছত খিৰিকি নাই, খোলা। বৰষুণ দিলে ওপৰতে মেৰুৱাই থোৱা 'কেনভাচ'খন খুলি দিয়ে। আধা বাট যোৱাৰ পিছতেই যাত্ৰীৰ মুখ হোলিত ফাকু সনা মুখতকৈও অধম হৈ পৰে। পাঠশালা

পাৰ হোৱাৰ পিছৰপৰাই ৰাস্তাৰ দুয়োকাষে তৰাণিৰ পথাৰ। তাৰে মাজেৰেই দূৰণিত দুই এটা মিঞাৰ টঙি ঘৰ দেখা গৈছিল। আজিকালি তৰা দেখিবলৈ নাই, টঙিঘৰৰ সলনি ৰ'দত চিকমিকাই থকা টিনৰ ঘৰ, মিঞা মাতব্বৰ হ'ল।

কিছুদূৰ যোৱাৰ পিছতেই গাড়ী ৰখে, হেণ্ডিমেনে বেঞ্চিৰ তলত সুমুৱাই থোৱা সৰু বাল্টিটো লৈ দৌৰ মাৰে। মেটেকা গুচাই ওচৰৰ হোলাৰপৰা পানী আনে। ইঞ্জিনৰ সন্মুখৰ সোপা খুলি দিলে ভকভককৈ উতলা পানী ওলায়। ভকভকনি কমিলে পানী ঢালে। ইঞ্জিন শাত পৰিলে আকৌ চলে। কেতিয়াবা গৈ থাকিলে গৈ থাকিলে হঠাতে ড্ৰাইভাৰৰ মগজুত কি খেলায় ক'ব নোৱাৰোঁ ৰৈ দিয়ে। লাহেকৈ নামি ইঞ্জিনৰ দুই ফালৰ ঢাপলি দুখন তুলি দিয়ে যেন নকইনাৰ ওৰণিহে গুচাইছে। ইফালে সিফালে নাড়ীভূৰীবোৰ টিপি টাপি চায়। আকৌ আহি বহে, গাড়ী চলে। হাউলি পাওঁ মানে স্কুলীয়াই গা ধুবৰ হয়েই।

হাউলিত দীন পাঠকৰ চাহৰ দোকান। বৰপেটা-আঠিয়াবাৰী (বৰপেটা ৰোড), বজালী বৰপেটা বাছ যাত্ৰীৰ সংগম স্থল। দীনৰ দোকান বুলিয়ে জনাজাত। তাতেই সকলো যাত্ৰীৰ আড্ডা— বোম বোম ৰসগোল্লা আৰু প্লেটভৰা মালপোৱা থহথহকৈ গিলে। সৰু সৰু কাঁচৰ গিলাচত গাখীৰৰ চাহ দিয়ে, বৰ তৃপ্তিৰে খায়। চাহত মিঠা কম হোৱা বুলি কলে চুপহিৰে ৰসগোল্লাৰ ৰস আনি ঢালি দিয়ে। মানুহে চপচপকৈ তকলিয়াই তকলিয়াই খায। ইতিমধ্যে হেণ্ডিমেনে গাড়ীৰ তেল-পানী চাই লয়। ড্ৰাইভাৰক দেৱতা হেন দেখে। খেম খাতনিত কিবা হীনডেটি হলেই কষ্ট হে গল ধাক্কা মাৰি চাকৰিৰপৰা উলিয়াই দিয়ে। এবাৰ এজন ড্ৰাইভাৰৰ খেম খাতনিত কিবা হেৰফেৰ হ'ল, সেয়ে পুহ মাহৰ ঠেকিত গাড়ীৰ চাৰিও চকাৰ 'হাৱা' এৰি দি আকৌ পাম্প মাৰিব দিলে। ৰাতিৰ ভিতৰতেই গাড়ী ফিট ফাট কৰি ৰাখিব লাগিব, নহ'লে চল পূৰাৰ 'ডিউটি' মাৰা যাব। তেতিয়াৰ দিনত পাম্প দিয়া মেচিন নাছিল, হেণ্ড পাম্পহে। বেচেৰাই একান্ত বাধ্য হৈ ৰাতিৰ ভিতৰতেই কণ জয কৰিলে। নহ'লে কোনো দিনেই 'ষ্টিয়েৰিঙ'ত হাত দিবলৈ ভাগ্যত নুজুটিব।

এইবাৰ যাত্ৰীবোৰে অলপ নমুৱা হৈ বাছত বহে। ড্ৰাইভাৰে পেট পেটকৈ হৰ্ণ বজাই কোনোবা ৰৈ যাব পাৰে বুলি মাতে। হেণ্ডিমেনে হেণ্ডেল ঘূৰায়, ইঞ্জিনৰ ঘেৰঘেৰি নুঠে। সি ঘূৰায়হে ঘূৰায়, একো সাৰসুৰ নাই। সেই ঠেকিতো ঘামি জামি লালকাল দিয়ে। ড্ৰাইভাৰে নামি ইঞ্জিনৰ ঢাপলি দুখন তুলি নাড়ী-ভূৰীবোৰ টিপি টাপি চায়। আকৌ হেণ্ডেল ঘূৰায়। এইবাৰ ঘেৰ-ঘেৰকৈ ইঞ্জিনৰ শব্দ উঠে। ড্ৰাইভাৰে ছীটত বহি কিবা কিৰি কৰে। আকৌ গাড়ী চলে।

হাউলি এৰিলে কিছুদূৰ যোৱাৰ পিছতেই মিঞাৰ মৰাপাটৰ গাড়ী। পেট

পেটকৈ হুৰ্ণ বজায়, বগল দিবলৈ গৈ এবাৰ ইফাল এবাৰ সিফাল কৰে। মাজে মাজে বাবাৰ পালৰ দৰে পিলপিলীয়া ল'ৰা-ছোৱালীবোৰে ৰাস্তাত এইফালৰপৰা সেইফালে দৌৰ মাৰে। ড্ৰাইভাৰে ব্ৰেক মাৰি গালি পাৰে "মিঞাৰ বাচ্চা, চালা খেখাৰ খোৱাৰ জাত, পাতে গজাৰ জাত, তইঁতো মৰিবি আমাকো মাৰিবি।' আকৌ ধূলিৰ ধোঁৱা উৰে। স্কুলীযাই স্কুললৈ যোৱাৰ সময হ্য। তেতিয়াও বৰপেটা চকুত নপৰে।

চাউলখোৱাৰ উত্তৰপাৰে গাড়ীবোৰ ৰখে। চাউলখোৱা বেকীৰ এটি সুঁতি। বৰপেটাৰ উত্তৰেদি গৈ নখান্দাত পৰিছে। চাউলখোৱাত দলং নাই। দলং দিযাৰ দিহাহে কৰিছে। নদীটো ডাঙৰ, তেজাল। বৰনাওত পাৰ হ্ব লাগে। ধাৰত পৰিলে টুলং ভুটুং কৰে, বৰ ভয় লাগে। 'ইকুলে যা সিকুলে যা -- বুলি কাণ্ডাৰীক কোনোবা এজনে চিঞৰি নিৰ্দেশ দিয়ে। কেতিযাবা কাছাৰী ঘাট পাৰ হৈ যায। হাইস্কুলৰ কাষতহে পাৰ লগায়। আমি যোৱাৰ দিনা আৰু অলপ দূৰলৈ গৈহে পাৰ লগালে। দুই এজন যাত্ৰীয়ে পানী জাহাজ' 'পানী জাহাজ বুলি চিঞৰিব ধৰিলে। হয়ো এখন জাহাজ, এটা মস্ত চুঙাৰে ধোঁৱা ওলাই আছে। ডডীয়া চাৰেণ্ডীইঁতে মজিয়াখন ধুই মাজি আছে। বগা চাহাব এজনে কাগজ এখনত কিবা চাই আছে। এই প্ৰথম জাহাজ দেখিলোঁ। গুৱাহাটী উত্তৰ গুৱাহাটীৰ যাত্ৰী পাৰাপাৰ কৰাৰ কাৰণে এগ্ৰেড নামৰ তেনে জাহাজ এখনো পিছত দেখিছিলোঁ। গুৱাহাটীৰ শুক্ৰেশ্বৰ ঘাটত দুটা ধোঁৱা চুঙাৰে 'ডেনিছ' নামৰ তেনে অকণমানি জাহাজ এখন এতিযাও ত্ৰিপালেৰে ঢাকি থোৱা আছে।

বৰপেটাৰ ওচৰতে তাৰাবাৰী জাহাজঘাট। মৰাপাট ধান মাহ, সৰিয়হ তাৰ পৰাই ৰপ্তানী হয়। কোনোবা চাহাবে মৰাপাটৰ খবৰ কৰি জাহাজ লৈ নখান্দাইদি উজাই আহি বৰপেটা পালে। বৰপেটাৰ তিৰী-চলি সকলোৱে নদীৰ পাৰত ভিৰ কৰিলে। ভিৰৰ মাজৰপৰাই কোনোবা আয়ে কৈ উঠিল, 'ইযে আই কিন্ জাহাজএ। কডিও নাই, ডাঁৰও নাই নাক ফেঁচা। ইয়াত চাই আমাৰ ছিৰি কামাৰে ঠৌগাকে বানাবা পাৰে। ছিৰি কামাৰে বান টুৎটুৰি নাও গিলা সনসনে চলে।

'কি কহ এ আই, থৈ দি তোৰ ছিৰি কামাৰ। তাৰ সাতাম পুৰুষ গেল নাৱত খিলি মাৰতে, এনে ধুমা চুঙাইদি ধহা অল জাহাজ কৈহ্বা দেখছি না? কাটৰিখেনৰে ধাৰ ৰাখ্বা নৰে, মূৰমুইৰা দেই, সি ধহা অল জাহাজ বানাবো হৈছে দে।' -- ইটোৱে সিটোৱে কথাৰ বাণ মাৰে। বৰপেটীয়া তিৰীৰ কথাৰ পেছতো মহিমা আছে।

আজি চাউলখোৱা নদীৰ চাউল উঠিল, মৰা নদী হ'ল। মৰানদীৰ বুকুত মিঞাই মৰাপাটৰ খেতি কৰে, আলু-তামখু বোৱে। আমিবোৰে তাকেই কিনি

কিনি খাওঁ।

বৰপেটাত বৰ খেপাখেপী ঘৰ। অধিকাৰ মহাপ্ৰভুৰ হ'লে বৰ হাউলি। বাটঘৰাতে সোঁহাতে এটা সৰু বাটঘৰ আছে। তাতেই জোতা-ছাতা থৈ যাব লাগে। বাটঘৰ পাৰ হ'লেই পৰিয়ালৰ গোঁসাই ঘৰটো। বাওঁহাতে মেলচ'ৰা। মাজতে চোতালখন। তাৰ পিছত উত্তৰলৈ মাজু ঘৰটো। টিনৰ ফুল কটা ঘৰ। বাৰাণ্ডাখন বহল পকা কৰা। ভেটিটো ওখ, খটখটী আছে। বাৰাণ্ডাৰ খুটাবোৰত মাটিৰে পদুমৰ মূৰটো সজাই শিং লগাই দি হৰহু পহু যেন কৰি লগাই থৈছে। শিংবোৰতো দেৱ-দেৱতাৰ ছবি কাঁচ খুৰাই মাৰি থোৱা আছে। পাগবাৰীৰ বজেলীয়া চৌধুৰীখেৰ 'কৃষ্ণচন্দ্ৰ নামৰ কোনোবা খনিকৰে হেনো পহুৰ মূৰ্তিবোৰ সাজিছিল। পহুৰ চকুবোৰ আজিও তিৰবিৰাই আছে। বাৰাণ্ডাৰ বেৰৰ মাজভাগতেই এচটা চিলচিলীয়া কাঠ লগাই থোৱা আছে। কাঠচটা নক্সা কৰা, ওপৰৰ ফালে কৃষ্ণমূৰ্তি এটা খোদাই কৰা আছে। বৰপেটীয়া বাঢৈৰ বাহাদুৰি নক্সা। সত্ৰৰ কীৰ্তন ঘৰৰপৰা নাম-প্ৰসঙ্গ কৰি আহি সত্ৰাধিকাৰ মহাপ্ৰভুৱে এই নক্সা কৰা কাঠচটাতে আউজি বহে। লগত অহা ভকতসকলে বাৰাণ্ডাৰ পকাতে ফু মাৰি বহে। কাঠচটাৰ তলতে মিহি দৈৰে নক্সা কৰি বোৱা পাঁচযোৰা বাওঁ লগোৱা ঘুৰুণীয়া চাকলি চৰা এখন পতা আছে। হাজোৰ ফালৰ শিচে মাঘ মাহত শৰণ লওঁতে প্ৰভুক মান ধৰাৰ লগতে এইখনো দিছিল। প্ৰভু তাতেই বহে।

সত্ৰাধিকাৰ শ্ৰীশ্ৰী চতুৰ্ভুজ দেৱ মিশ্ৰ দেখনে-শুৱনে আৰ্য পুৰুষ কুন্দত কটা নাক পকা ডালিমটো যেন গাৰ বৰণ। চাৰিওফালে পাহ কটা চুলি মাজমূৰৰ চুলিকোছা খোপা বন্ধা। খোপাৰ মূৰত এটি বগা ফুল গুজি থোৱা। উদং গা হলেও কেঁচা পাটৰ মগৰ বচা চেলেং এখন উত্তৰীয়ৰ লগতে মেৰুৱাই লোৱা। দুপৰীয়া যেতিয়া কৃষ্ণ মূৰ্তিটোৰ তলতে বহে, তেতিয়া এক অপৰূপ জ্যোতি ফুটি উঠে।

গোসাই ঘৰৰপৰা মাহ-প্ৰসাদ তৰ্চিত সজাই আনি আটাইকে দিয়ে। প্ৰভুৰ প্ৰসাদ সকলোৱে হৰ্ষচিত্তে গ্ৰহণ কৰে। মাজু ঘৰৰ মজিয়াত হাতীখুজীয়া বাটিত বোকা চাউল বৰপেটীয়া কাঠদৈ আৰু বজালীৰপৰা অনা পেৰা মিঠৈৰে শিচসকলক ভোজন কৰায়। প্ৰভুৱে আটাইবোৰ শিচকে 'বাপা' বুলি মাতে। তামোল চালি খোৱাৰ পিছত মেল চ'ৰাতে অলপ জিৰাবলৈ কে বাপাইতৰপৰা প্ৰভুৱে বিদায় লয় নিজ কোঠাত সোমায়।

আবেলি মেলচ'ৰাতে বাপাইতৰ লগত প্ৰভুৱে বহে। বেতৰ পাটীত ধকধকীয়া বগা কাপোৰ পতা। দুই ফালে দুটা গোলাকৃতি গাৰু। মাজত প্ৰভু বহে। সন্মুখত কুন্দত কটা খুৰাৰ বৰপীৰা। বৰপীৰাৰ ওপৰত ফুল বচা কাপোৰ। তাৰ ওপৰত এখন শৰাই বাওহাতে পিতলৰ গছাত এগছি চাকি। বৰপীৰা আৰু প্ৰভুৰ মাজত ঠগাৰ ওপৰত এখন পুথি বোধহয় ভাগৱত। সোঁহাতে ধুপদানিটো। ধুপৰ গোন্ধে

ঠাইডোখৰ মলমলাই আছে। দূৰ-দূৰণিৰপৰা অহা বাপাইঁতেও প্ৰভুৰ পুথিৰ ব্যাখ্যা শুনিবলৈ ব্যগ্ৰ হৈ নিতাল মাৰি বহি থাকে। নমুখ দেখিলে প্ৰভুৱে কুশল-বাতৰি সোধে। কোনো কোনোৱে ঘৰৰ মানুহজনীৰ অথন্তৰৰ কথা কয়। প্ৰভুৰ মন পমি যায়। ভাগৱতী বাপুৰ হতুৱাই কবিৰাজ ভতিজাকক মাতি আনি নতুন বাপাইঁতৰ ঘৰৰ অথন্তৰৰ কথা কয়, কেইপালিমান 'অখুদ' দিয়াবো হুকুম কৰে। গুৰুৰ ঘৰৰ দাৰু, গুণ কৰিবই।

প্ৰভু বৰ উদাৰ, তেওঁৰ মানত সকলোৱে 'বাপা'।

মহম্মদ চালেহ চাহাব তেতিয়া বৰপেটা মহকুমাৰ মহকুমাধিপতি। বিলাতৰ মেম বিয়া কৰাইছিল। আমাৰ ঘৰৰ কাষতেই এখন গৰু চৰা চৰকাৰী ৰিজাৰ্ভ আছিল। গাঁৱৰ মানুহে 'ৰিজাপ' বুলি কয়। বান বাৰিষা আমাৰ অঞ্চলৰ প্ৰায়বোৰ গাঁৱৰ গৰু আনি এই ৰিজাপতে চাৰে। ৰিজাপখন ওখ সতকাই পানীত তল নাযায়। আমাৰ গাঁৱৰে এক খেলে উত্তৰ ফালে ৰিজাপৰ সীমা চেপি অলপ অলপকৈ দখল কৰাৰ ফন্দি কৰিলে। কথাটো দুই এজনৰ চকুত পৰিল। গাঁৱৰ মানুহ জাঙুৰ খাই উঠিল। পাটাছাৰকুছিত মাটিৰ হাকিম থাকে। তেওঁৰ ওচৰত আপত্তি দৰ্শালে। হাকিম আছিল ভদ্ৰেশ্বৰ দাস। তেখেতে এই আপত্তিত বেছি গুৰুত্ব নিদিলে। লাহে লাহে সেই খেলৰ মানুহৰ মুখত বৰ বৰ কথা ওলাব ধৰিলে। ৰাইজে ভাবিলে কথা বেয়াৰ ফালে। কেইজনমান মুখীয়াল মানুহ আহি দেউতাক ক'লে।

হৰিদেৱৰ তিথিত গাঁৱৰ নামঘৰত ডাঙৰকৈয়ে নাম ধৰে। ওচৰৰ গাঁৱৰ পাঠক মাতে। নাম গাহিলা হয়। একে থোৰতে সেইদিনাই নামঘৰতেই আলোচনা কৰাৰ দিহা কৰিলে। গুৰুৰ তিথিৰ দিনা মানুহ আহি নামঘৰৰ চোতাল ভৰি পৰিল। পাঠকো আহিল। কিন্তু সেই খেলৰ মানুহৰ ছাঁটোকে দেখা পোৱা নগ'ল। কথাৰ পেছ বাৰুকৈয়ে লগা যেন পাই পিছদিনা দেউতাই সেই খেলৰ দুই-চাৰি মুখীয়াল মানুহক আমাৰ ঘৰলৈ মাতি আনিলে। আলোচনা হ'ল। তেওঁলোকে আৰু পেছ লগাইহে কথা কয়। তেওঁলোক ৰাইজৰ মেলত বহিবলৈ নাৰাজ। অনুমান কৰিলে মাটিৰ হাকিম সেই ফলীয়া। মাটিৰ হাকিম প্ৰায় আমাৰ ঘৰলৈ আহে। সেই দিনাৰপৰা তেৰোঁ এইমুৱা হবলৈ এৰিলে। কথাত গাঁঠিহে লাগিল। ওচৰ-পাজৰৰ গাঁৱৰ মুখীয়ালসকলক মাতি আনিলে। সেই খেলবো মাতিলে। কথা-বতৰা হ'ল যদিও তেওঁলোকে কথাত পথালি দিলে। দুজনমান ডেকাই কোদালো লৈ আহিছিল চেপা সীমা কাটি দিবলৈ। কাজিয়া হবলৈ অৱশ্যে নিদিলে। শেষত বৰপেটাৰ বৰহাকিমৰ ওচৰ পালে। চালেহ চাহাব বৰ ধীৰ স্থিৰ প্ৰখৰ বুদ্ধিৰ লোক। আপোচ কৰাৰ চিন্তা কৰি ক'লে যে তেওঁ নিজেই চৰেজমিন কৰি চাব। সেই অঞ্চলটোও এবাৰ পাক মাৰি চাই আহিব বুলি ৰাইজৰ প্ৰতিনিধিক আশ্বাস দিলে।

# মহাপ্ৰভুৰ ঘৰত মহকুমাধিপতি

সেতিয়াৰ দিনত যান-বাহন বুলি তেনে বিশেষ একো নাছিল। চৰকাৰী উচ্চ বিষয়াই মফচললৈ গ'লে চৰকাৰী নাও লৈ নদীয়ে নদীয়ে গৈছিল। কিছুমান বিষয়াই বিশেষকৈ স্কুল পৰিদৰ্শকে ঘোঁৰাত গৈছিল। সেই দিনত Pony allowanceহে আছিল চাইকেল বা আন Travelling allowance নাছিল।

বৰহাকিম বা তেনে শাৰীৰ বিষয়াৰ সুকীয়া নাও আছিল। চৰকাৰী নাওৰ সেজাৰে সুকীয়া ধুক ধুক কৰে বগা কুম্ভিটো বাকচটোৰ দৰে। খিৰিকি আছে। শোৱা কোঠাৰ সকলো আচবাব থাকে। জাহাজৰ কেবিনৰ দৰে আদব-কায়দা। চাই থাকিবৰ মন যায়। বৰহাকিমৰ নাও। আন গুলৈয়া নাওতহে পালি প্ৰহৰী কাণ্ডাৰীসকল আছে।

এদিন চালেহ্ চাহাব পালি প্ৰহৰী সৈতে চৰকাৰী নাও লৈ নখান্দা-কালদিয়া নদীৰে উজাই আহি পাটাৰঘাটত নাও বান্ধিলে। ঘাটৰ কাষতে থানাখন ডাক বঙলাটো। মাটিৰ হাকিম আন তলতীয়া কৰ্মচাৰীসকল তেওঁৰ আগমনলৈ ৰৈ আছিল। তেওঁক স্বাগতম জনালে। দাৰোগা বাবুই চেলিউট মাৰি বৰহাকিমক সম্মান জনালে। ৰঙা পাগুৰিৰ পুলিচসকলে আগে পাছে থাকি বৰহাকিমক আগবঢ়াই লৈ গ'ল। চাহাবৰ লগত মেমজনীও আহিছিল। কুম্ভিটোৰ ওপৰত এটা খুটিত ইউনিয়ন জেক খন ফৰফৰাই উৰি আছিল।

এই অঞ্চলৰ গাঁওবুঢ়াসকলে মূৰত মথুৰা পাগ মাৰি বৰহাকিমক সেৱা জনাবলৈ ৰৈ আছিল। আমাৰ গাঁৱৰ কাইটা গাঁওবুঢ়া আৰু ভালুকীৰ কন্তো গাঁওবুঢ়া কিছু পৰিমাণে স্বদেশপ্ৰেমী আছিল এডি কাপোৰৰ চোলা আৰু মূৰত মুগাৰ পাগুৰি মাৰি আহিছিল পিছলৈ কন্তো গাঁওবুঢ়াই গাঁওবুঢ়া বাবটো এৰি দি গান্ধীৰজ্ঞাৰ কংগ্ৰেছত যোগদান। পাৰঘাটত ৰাইজে ভিৰ কৰিছিল। আমি সকলোৱে মেম-চাহাব চাব গৈছিলোঁ।

পিছদিনা আবেলি ৰিজাৰ্ভ চাবলৈ আহিল লগত মাটিৰ হাকিম দাৰোগা বাবু মণ্ডল কাননগো আৰু পালি প্ৰহৰী বহুতো। ওচৰ-পাজৰৰ গাঁৱৰ ৰাইজ উঠা দি আহিল। ৰিজাপৰ উত্তৰে গোহাইকমল আলি। উত্তৰ ফালে সীমা চেপিলেও সিমান ভয় নাই। দক্ষিণৰ ফালেহে সীমাটো ঠিক কৰি লওঁক। এই ৰিজাৰ্ভ ৰাইজৰ, ৰাইজৰ হৈয়ে থাকিব। - বুলি বৰহাকিমে আশ্বাস দিলে। চাহাব-মেম আমাৰ

ঘৰলৈও আহিছিল। মেমজনীয়ে ছাগলী খুৰীয়া জোতা পিন্ধি নপৰাকৈয়ে খট্‌খটকৈ খোজ কাটিছিল। গাঁৱৰ তিৰী চলি আটায়ে মেম-চাহাব চাবলৈ আহি আমাৰ চোতালত ভিৰ কৰিছিল।

আজি কালি ৰিজাপৰ উত্তৰফালৰ কিছু মাটি জাতীয় সৰণিত জাহ গ'ল। দক্ষিণ ফালেহে সীমা চেপিলে। মাতিবলৈ কোনো নাই। এতিয়া ৰিজাপত চৰকাৰী ডাক্তৰখানা বহিল। আটাইখিনি মাটি হাতছাড়া হোৱাৰ ভয়ত পূব ডোখৰত একে কোবেই ৰাইজে স্কুল এখন পাতিলে। ল'ৰা ছোৱালীয়ে খেলিব পৰাকৈ এখন খেল পথাৰো ৰাখিলে। গৰু চৰোৱা পথাৰৰহে মুদা মৰিল।

বৰপেটাৰ ভিনিহীদেউ আছিল বিখ্যাত কবিৰাজ, পিছে বিখ্যাত বুলি জনাজাত নাছিল। ক'লৈকে নগৈছিলো। ভিতৰ চোতালত এঢলীয়াই এঢলীয়াই নানা ধৰণৰ মাটিৰ কলহত, মাটিৰ সাজত বিধে বিধে ঔষধ পুতি থয়। দহ-পোন্ধৰ বছৰলৈকে মাটিৰ তলতে ৰখা থাকে। সময়ৰ হিচাপ কৰি তুলি আনি বটলত ভৰায়। কেতিয়াবা বাৰাণ্ডাতে বহি বড়ি পকায়। আটাইবোৰ সমান জোখৰ হয়। ভিতৰৰ বাহিৰৰ লান্দৰ পাৰত শাকদাৰু দলফলাই থাকে। কাৰবাৰ কিবা পেটৰ ভাটাং-ভুটুং হলেই তাৰেই কিবা কিবি শাক তুলি আনি হাততে মোহৰি খুৱাই দিয়ে। দাৰুৰ বৰ গুণ। কবিৰাজী কৰেহে, পইচাৰ হলে মুখ নেদেখে। মালমচলা কিনিবলৈ হলে প্ৰভুৰ মাননি পৰা থালৰপৰাই নিব দিয়ে। প্ৰভুৱে উপদেশ দিয়ে—জ্ঞান, দান আৰু মানৱ সেৱা গুৰুৰ ধৰ্ম। কোনোৱে বেমাৰ ভাল হোৱাৰ পিছত কবিৰাজ বাপুক চেলেং বা গামোচা এখনৰ লগতে সিকিটো আধলিটোৰে মান ধৰে। তাতেই তেও সন্তুষ্ট। ৰাতিটো পুৱাৰেপৰাই তেওঁৰ সময় নাই। হাটীৰ বুঢ়া-বুঢ়ীসকলক পাঁজি চাই দিব লাগে। কাৰোবাৰ নাতি-নাতিনীয়েক জন্মিছে দিন খেন চাই গণি-পিটি দিব লাগে। কোনোবাৰ নাতি-নাতিনীয়েকৰ পয়া লগা ভূতে ধৰিছে, শুকাই-খীণাই গৈছে, এগছ জাপ গুথি দিব লাগে। বিনামূল্যে নিলে নাফাফে, গুণ নিদিয়ে কাৰণে এপইচা-দুপইচা মাননি ধৰে। বাঁৰী-দুখুনী হলে 'হৈছে যা, হৈছে যা' বুলি ফিৰৎ দিয়ে। জাপডালত তুলসীৰ পানী চতিয়াই কাগজৰ লুৰা কৰি ওপৰৰপৰা তাইৰ হাতত পেলাই দিয়ে। বাঁৰী-দুখুনীহঁতেও গুৰুঘৰত ধান-চাউল বান্ধি দিয়ে। দুপৰীয়াৰ সাজ তাতেই খাই গধূলি পৰত দুসাজৰ চাউলো লৈ যায়। কেতিয়াবা অকণমান নিমখ, এচাকি কেৰাচিন তেল খুজিলেও 'না' নকৰে। গুৰু ঘৰৰ আশ্ৰয়তে সিহঁত বৰ্তি থাকে।

ভিতৰৰ গোসানীসকলে পাগৰপৰা ওলাওঁতে বেলি পৰে। খোজে পতি চুৱা, বাৰে পতি গা ধোৱে। আমি গ'লে তিতা গামোচাখন পিন্ধিহে পাকঘৰৰ মজিয়াত

নহিব পাৰোঁ। পুহ মাহৰ ঢেকিতো তেওঁলোক তেনেকৈয়ে চলে। আমি নোৱাৰোঁ কাৰণ এবে শৰীৰতে বহি খোৱা নচলে। গোসাঁনীসকলে লেখা-পঢ়া নাজানিলেও গীত পদ হলে সলসলাই গাই যাব পাৰে। আমাৰ বাইদেউৰেহে লিখা-পঢ়া জানে। চুৰা গঙ্গাত বাইদেউ শাহুৱেকতকৈ চাৰ। খোজে পতি চুৰা, দিনটো গা ধোওঁতেই যায়। শাহুৱেকে খুঁত ধৰিব নোৱাৰে। খাই-বই উঠি গা-মুৰ ধুই উঠে মানে বেলি পৰেই।

মূল ঘৰৰ দুফালে দুখন দুৱাৰৰ বাহিৰে আন সুৰুঙা নাই বুলিলেই হয়। দুৱাৰ জপালেই আন্ধাৰে গিলিপ মাৰি ধৰে দিন দুপৰতে আউসীৰ এন্ধাৰ যেন হৈ পৰে। পলিত থকা পেৰাৰপৰা বস্তু উলিয়াব লাগিলে বন্তি লৈহে যায়। বাইদেউৰ পেছত পৰি মুধাৰ ফালে সৰুকৈ খিৰিকী এখন কাটিলে হাটীৰে মধু মিস্ত্ৰিয়ে। ভিতৰৰ ফালে হালপতাৰ জাল কৰি মাৰি দিলে, এতিয়া দিন-ৰাতিৰ উমান ধৰিব পৰা হ'ল। লাহে লাহে মান্ধাতাৰ আমোলৰ নিয়ম-নীতিতো আজিৰ যুগৰ পোহৰ পৰিল। সাজ লাগিলেই আকৌ গা ধুই গোঁসাই চাকি জ্বলায়। মূল ঘৰৰ মজিয়াতে শাহু, বোৱাৰী আৰু ইঘৰ সিঘৰৰ ভাগীৰ বুঢ়ীহঁত আহিঁ তামোলৰ বটাটো আগত লৈ বহে। বাইদেউক 'কইনা' বুলি মাতে। বাইদেউ এতিয়া বুঢ়ী হ'ল শাহু হ'ল নাতি-পুতিৰ মুখ দেখিলে। কিন্তু 'কইনা' নামটো শিলৰ ৰেঘাৰ দৰে বৈ গ'ল। শাহুয়েকে কইনাটোক মাতে। পিতলৰ গছাত মলুৰা চাকিখৰ জ্বলাই আনি তেওলোকৰ মাজতে বহে। তেওঁলোকৰ আগত পীৰাত নবহে। চাকলি ঢাৰাত বহি বৰপীৰাত ৰামায়ণখন মেলি সীতাৰ কাহিনী পঢ়ে। আটায়ে কাণ পাতি শুনে। অধ্যায় পৰিলেহে সেৱা কৰি সেইদিনালৈ সামৰে। বাইদেউৱে সলসলাই 'যুগান্তৰ বসুমতী কাগজ পঢ়ি যায়। হাটীৰ আই মাইসকলে হৰিবিৰি চিন্তে— গুৰুঘৰৰ কইনা সৰস্বতী অসমীয়া বঙালী জিভাৰ আগতে ফৰফৰাই মাতে।

বাইদেউ এতিয়া চাৰি কুৰিৰ ঘাই চুওঁ চুওঁ হৈছে। মহাভাৰত ৰামায়ণ গীতা ভাগৱত কণ্ঠস্থ। হাটীৰ বুঢ়ীসকলে আযতীসকলে তিথি-পাৰ্বনত বাইদেউৰপৰা গীতা ভাগৱতৰ সাৰ কথা শুনিবলৈ আহে। কাৰোবাৰ ঘৰত বিয়া-বাৰুৰ কথা উঠিলেও বাইদেৱে ৰাহি-যোৰা চাই চাই দিন বাৰ ঠিক কৰি দিলেহে আইসকলৰ মন ভৰে। আনকি কেঁচুৱা জন্মিলেও গণনা কৰি শুভনাম থওঁতেও বাইদেউক লাগে। বাইদেউৰ গণনাত সন্তুষ্ট হয। ধৰ্মপ্ৰাণা বাইদেউক 'কইনা আই বুলি সেৱা কৰে। বহাগৰ দমাহি মাঘৰ দমাহিত বাইদেউত ভক্তি থকা সকলে নিজৰ ল'ৰা বোৱাৰীৰ শৰণ লবলৈ লৈ আহে। বাইদেউ দীক্ষা দিলেহে তেওঁলোকৰ মন শুচি হয়। বাইদেউ এতিয়া সকলোৰে ধৰ্মৰ আই।

আমাৰ মাই বিধে বিধে জিভাত জুতি লগাকৈ ৰান্ধিব জানিছিল। অসমৰ প্ৰায়বোৰ নেতা, ডাঙৰ ডাঙৰ মানুহ আমাৰ এইফালে আহিলে মাৰ হাতৰ ৰন্ধা নোখোৱাকৈ থকা নাছিল। তৰুণ ফুকনকে আদি কৰি নেতাসকলে মাৰ ৰান্ধোন খাই টকলীয়াই টকলীয়াই বৰ তাৰিফ কৰিছিল। চাদুল্লা চাহাবেতো এবাৰ কলডিল ভজাকে কাৰে মাছ ভজা বুলি ভাবিছিল। বাইদেৱেও মাৰপৰাই ৰান্ধোনৰ কিটিপ কিছু শিকি লৈছিল। স্কুলীয়াৰ চুৰা পাগতে গা-পা ধুই বাইদেৱে ৰান্ধি স্কুলীয়াসকলৰ জিভাৰ জুতি সলাইছিল। ঘাই পাগত 'পাগ' নিদিয়া কাৰণে সোমাব নোৱাৰিছিল। গুৰুৰ আজ্ঞাত ৰাতিপুৱাৰ জলপান কৰি সকলোকে খুৱাইছিল। সেৰেকো চাহ, লুচি-ভাজিৰো এতিয়া পাগ উঠিল। প্ৰভুৱেও কীৰ্তন ঘৰৰপৰা আহি কইনাৰ হাতৰ চাহটোপাহে বৰ তৃপ্তিৰে খায়।

আইসকলে আগচোতাল দেখা নাপায়। সাজেলিৰ গোঁসাইৰ চাকি দিব লাগিলেও মাজু ঘৰেদি আহি গোসাঁই ঘৰত সোমায়। মেলচ'ৰাত প্ৰভু বহিলে চোতালে ঘৰে মানুহ গিজগিজীয়া হৈ থাকে। গুৰুৰ তিথি বা কিবা পৰবত সত্ৰৰ কীৰ্তন ঘৰলৈ যাব লগা হলে আইসকলক হাঁটীৰে নিকতিৰ মাক, সুনন্দাৰ মাক মহাদেৱৰ মাকহঁতে ঘেৰ কাপোৰ ধৰি গধূলি পৰতহে লৈ যায। আৰু তেনেকৈয়ে লৈও আহে। এবাৰ বাইদেউক পাঠশালাৰ সৰু বাছখনত লৈ যাওঁতে বৰপেটাৰ বজাৰতে আটাইবোৰ যাত্ৰীকে নমাই দিলে। খিৰিকিৰ কাপোৰ দুখন পেলাই দি আবুৰত লৈ গ'ল। ভিনিহিদেউহঁতৰ পাছফালৰ বাটেৰে একেবাৰে পাছ চোতালৰ কাষ পালেগৈ। দীঘলকৈ ওৰণি টানি বাইদেউ বাছৰপৰা নামিল। পেট পেটকৈ হৰ্ণ বজাই বাছখন গুচি গ'ল। দেউতাই আগচোতালেদিহে আহি চ'ৰাঘৰত বহিল।

সেইদিনত অকল পাটাছাৰকুছিৰ বাহিৰে আমাৰ এই অঞ্চলত চিকিৎসাৰ তেনে সুবিধা নাছিল। পিছলৈ উত্তৰ অঞ্চলত জালাহত আৰু সৰুপেটাত ডাক্তৰখানা হৈছিল। সৌ সিদিনাহে ১৯৪৪ চনত পাঠশালাত ডাঃ জিনাৰাম দাস কাশীনাথ দাস প্ৰমুখ্যে কেইজনমান উদ্যোগী সদাশয়ৰ তৎপৰতাত ডাক্তৰখানা খোলাৰ দিহা কৰা হ'ল। ডাঃ ৰজনীকান্ত দাস '৪২ৰ স্বাধীনতা আন্দোলনত উঠি পৰি লাগিছিল। যুক্তি কৰি তেওঁকেই ডাক্তৰ নিযুক্ত কৰি ডাক্তৰখানা খোলা হ'ল। ডাক্তৰখানাৰ ডাক্তৰজন চৰকাৰৰ চলায় লোকেলবোৰ্ডে।

কবিৰাজ বুলিবলৈ কালজিৰাপাৰা সত্ৰৰ সত্ৰাধিকাৰ কাশীচন্দ্ৰ গোস্বামী প্ৰখ্যাত আছিল। তেওঁৰ নামত এথোক কল সথা থলে হেনো পালাজ্বৰ এৰিছিল। পিপলাৰ

কীৰ্তি কৰিবাজো বৰ বিখ্যাত আছিল।

সৰুতে কিবা বস্তু হেৰালে আবুৰ কথাত পতিয়ন গৈ 'লাৰুৱা গোপাল'লৈ বুলি গা-পা ধুই ভাল চাই থোক পৰা কল এডালত চোচনিৰে বান্ধি সথা থৈ আহোঁ। সঁচাসঁচিকৈ হেৰোৱা বস্তু ওলায়। কলথোক পকিলে গৰখীয়া থানত আগবঢাই গৰখীয়া ল'ৰাইঁতক ভগাই দিয়া হয়। প্ৰাইমাৰী স্কুলত পঢোঁতেও পৰীক্ষাৰ আগে আগে তেনেকৈয়ে আই সৰস্বতীলৈ কল মানস কৰিছিলোঁ। কল পকিলে স্কুললৈ লৈ যাওঁ। স্কুল চুটিৰ আগে আগে দেৱী সৰস্বতীলৈ আগবঢাই সেৱা কৰিলে শিক্ষকে হৰিধ্বনি দিয়ে। আমাৰ মাজৰ ডাঙৰ ল'ৰা কেইজনমানে সকলোকে সমানে ভগাই দিয়ে।

পৰমান খোৱাৰ আনন্দি বেজও কম বেজ নাছিল। হাড ভাঙিলে 'হাডজোৰা' লতা বাতি লেপ দি তামোলৰ ঢকুৱা বান্ধি দিয়ে। সাত দিনতে হাড জোৰা লাগে। কঁকালৰ বিষ হলে টাঙী দি বিষতেজ উলিযাই দিযে। কিম্বাগোম ফোহোৰা হলে নৰনীৰে ফালি তেজ পুঁজ উলিয়াই শাক দাৰুৰ লেপ দিলে। বিষ নোহোৱা হয, ঘা সোনকালে শুকায। আনন্দি বেজৰ আজিৰ পীৰিৰ ডেকাচামে বেজবৰুৱা লিখা হ'ল কাৰণে আনন্দি বেজৰ কথা উমান ধৰিব নোৱাৰা হ'ল।

পাটাছাৰকুছি ডাক্তৰখানাত ডাক্তৰ আছিল দেবেন চাংকাকতি। উত্তৰ গুৱাহাটীৰ মানুহ। বৰ সৰবৰহী লোক ৰাইজৰে যেন এজন আছিল। ডাক্তৰখানাত তেনেকৈ ঔষধ পাতি পাবলৈ নাই। সেযে ঘৰুৱা শাক দাৰুৰে চিকিৎসা কৰিছিল বেছি। কেতিযাবা মুদৈৰ দোকানত সুধা সমুদ্ৰ বা 'বাইচলিন'ৰ বটল কিনিব পোৱা গৈছিল। এইবোৰ জ্বৰৰ দাৰু। ডাক্তৰে নৈকে পইচা পাতিও ন'লছিল। সাধ্যমতে যেযে যি পাৰে সিধা এটাবে দিছিল। তেওঁ তাতেই সন্তুষ্ট। কাৰবা'ৰ ঘৰত ন-কেঁচুৱা জন্মিলে ডাক্তৰি বিধানমতে কৰিব লগাখিনি কৰাৰ উপৰিও ফলি পেঞ্চিল লৈ গণনা কৰি শুভনাম ৰাখিছিল। ফলিত ভাল ফল পালে মনৰ খুচিত কেতিযাবা পকেটৰ পইচা খৰচ কৰিও গণনিত আনন্দ কৰিছিল। ৰাইজে তেওঁক গণক ডাক্তৰ বুলিহে জানিছিল। আজিও বুঢা-বাথাৰ মুখত সাধু কথাৰ দৰে গণক ডাক্তৰ'ৰ কথা ওলায়। কোনোবা গাঁৱৰ নামঘৰত ৰাইজে 'ৰাইজ নাম ধৰিলে গণক ডাক্তৰে চুৰীয়া পিন্ধি চেলেং গাত মেৰুৱাই লৈ বৰ ভকতটো হৈ নামঘৰত উপস্থিত হয। ভোৰতালযোৰ লৈ দিহা পদ গায়। থিয় নামতো উৰাপাক মাৰি ধুৰা পদ গায়। আকৌ কেতিয়াবা কালদিযা নদীত ৰাইজে পলো লৈ টেক মাৰিব আহিলে তেলাচ এখন পিন্ধি মূৰত গামোচাৰ পাগ মাৰি তাতো টেক মৰাত ভাগ লৈছিল।

পাটাছাৰকুছিৰ দুৰ্গাপূজা বহুত পুৰণি। ভালুকীৰ খনিকৰে আহি এমাহ আগৰপৰাই মূৰ্তি সাজে। গণক ডাক্তৰে হাত নলগালে নহয়। গোঁসানী সজোৱাত সাত লেঠা কাটি কৰি থৈও খনিকৰৰ লগতে এটা যেন হৈ লাগি থাকে। গোঁসানীৰ মুখত চমক নুঠে মানে নেৰে। ঢুলীয়া যাত্ৰাগান ওজাপালি চোৱাত বাদ নপৰিছিল। গান-বাজনাত মত্ত হৈ পৰিছিল। নিজেও গান-বাজনাৰ চৌখিন আছিল।

দেউতাযো হোমিওপেথিক চিকিৎসা কৰিছিল। দেউতাৰো বৰ নাম আছিল। মানুহৰপৰা প্ৰায পইচা নলৈছিল। ওচৰ-পাজৰৰ গাঁৱৰ মানুহৰতো কথাই নাছিল। দেউতাই কলিকতাৰ হানিমান কোম্পানীৰপৰা ঔষধৰ পাৰ্চেল এটা মগাই আনি বাইদেউক দিছিল। বাইদেৱেও তাৰেই চিকিৎসা আৰম্ভ কৰিছিল।

এদিন নিকতিৰ মাকে গুৰু ঘৰত ধান জাৰিবলৈ আহি কথাই কথাই ক'লে 'আই মধু মিষ্টিৰিৰ তিৰীটুৰ কালি ৰাতিৰপেৰে গা চুৱা গেল এথানো গা খালাচ হওৱা নাই, বৰ কষ্ট খাবা ধছি। তাকে খবৰ কৰবা গেইছিলু। মিষ্টিৰিও ঘৰত নাই। হাটীৰ বেজেনী বাই আহি জাছিল কছও বটি দিছি। মন্ত্ৰ মাতি ডুনি এটাও ঘৰৰ উপাৰেদি পাৰ কৰে দিছি। আই একো লৰাযে নাই। কথাটো কইনাৰ কাণত পৰিল। গা ধুই উঠিছেহে, চুলি আচোৰাই নাই। গামোচাখনেৰে চুলিটাৰি মেৰুৱাই তাৰ ওপৰতে ওৰণিখন লৈ ঘৰ সোমাল। নিকতিৰ মাকক মাতি কেইপালিমান ঔষধ দি মধুমিষ্টিৰিৰ ঘৰলৈ পঠাই দিলে। 'তুমি আজি ধান জাৰিব নালাগে প্ৰসূতিৰ কাষতেই থাকিবা। আধা ঘণ্টাৰ মূৰে মূৰে এই ঔষধ খুৱাবা। প্ৰসব হলে বাকী থকা ঔষধ খুৱাব নালাগে। গধূলি আহি চাউল পাত লৈ যাবা।'

দুপৰীয়া নাম প্ৰসঙ্গ কৰি সত্ৰৰ কীৰ্তন ঘৰৰপৰা প্ৰভু আহি বাৰাণ্ডাতে বহিছেহি। কেইজনমান ভকতো আছে। এনেতে নিকতিৰ মাকে হস্তদস্ত হৈ লৰি আহিল। সম্মুখতে প্ৰভুক দেখি আঠুকাটি সেৱা এটা জনাই প্ৰভুৰ আগত বেকত কৰিলে 'প্ৰভু ঈশ্বৰ, আপনাহাৰ কইনাই মধু মিষ্টিৰিৰ তিৰীক বাচলাক। কইনা আই সাক্ষাৎ লক্ষী জীউ দান দিলাক। যমৰ ঘৰৰ পেৰে ফিৰে আনলাক। ফৰফৰাৈক কৈ ভিতৰ চোতাল পালে।

প্ৰভুৰ চকুৱে মুখে আনন্দৰ ৰেঙনি ফুটি উঠিল।

মহম্মদ চালেহ চাহাব মহকুমাধিপতি হৈ প্ৰায এবছৰেই হ'ল বৰপেটাত আছে। অথচ বৰপেটা হেন সত্ৰৰ সত্ৰাধিকাৰৰ লগত সাক্ষাৎ হোৱাৰ সুযোগ পোৱা নাই। নিজ বঙলাৰ বাৰাণ্ডাতে বহি ভাবি চিন্তি গুণি গাথি আছে। সৌ সিদিনা বেজকুছিৰ ৰিজাৰ্ভ চাবলৈ গৈ বেজকুছি সত্ৰৰ সত্ৰাধিকাৰ ধৰ্মকান্ত গোস্বামীক দেখি

এনেয়ে মূৰ দো খাই গৈছিল। কি বিৰাট বাপুটো, প্ৰায় সাত ফুটমান ওখ, পাহ কটা চুলি। বগা চুৰীয়াখনৰ লগতে কেঁচাপাটৰ চেলেংখন গাতে মেৰিয়াই লৈ বাইজৰ মাজৰে এজন হৈ আপত্তি দৰ্শাইছিল। আশীৰ দেওনা পাৰ হলেও সুঠাম চেহেৰা। তিনিবাৰকৈ খোজকাটি প্ৰভুৰ পুৰী ঘূৰি অহা লোক। টকৌ গুটি মৰমৰাই চোবাই গুৰি কৰি দিয়ে। নিয়ম-নীতিত চলে। পুৰণি পুথিৰ পোক,– ৰামায়ণ, মহাভাৰত মুখস্থ। চালেহে চাহাবে আকৌ সত্ৰাধিকাৰলৈ মনতেই মূৰ দোৱালে। এনেতে কাছাৰীৰপৰা কমলা নাজিৰ আহি ওলাল।

"অ' আপুনি আহিছে, ভালেই হ'ল। মোৰ আহিবৰ বহুত দিনেই হ'ল। সত্ৰাধিকাৰ প্ৰভুৰ লগত এবাৰ সাক্ষাৎ কৰিব পাৰিলে ভাল আছিল। ইয়াৰ কিবা এটা ব্যৱস্থা কৰিব লাগে।"

"হয় চাৰ। ইয়ালৈকে প্ৰভুক অনাৰ দিহা কৰিম নেকি?"

"নাই, নাই। ময়েই যাম। তেখেতৰ সুবিধা মতে অনুমতি লাগে।"

"ৰজাৰ ঘৰৰ মানুহ, তাতে বৰহাকিম। আমাৰ ঘৰলৈ আহিব এইটো সৌভাগ্যৰহে কথা।" প্ভুৱে আনন্দচিত্তে আমন্ত্ৰণ জনালে। ইফালে ভাগৱতী বাপুক আদেশ দিলে– অতিথিৰ সম্মান ৰক্ষা কৰি সকলো ব্যৱস্থা কৰিব লাগে। ভাগৱতী বাপুৱে একো মাতিব নোৱাৰা হ'ল। তেওঁ বৰ গোড়া বামুণ। ইফালে প্ৰভুৰ নিৰ্দেশ। প্ৰভুৰ ঘৰত তেনে ধুনীয়া চকী-মেজ নাই। মাজু ঘৰত মান্ধাতা আমোলৰ দুখনমান কুন্দত কটা খুৰাৰ চকী-মেজ আছে। শেষত সেই কেইখনকেই মধু মিষ্টিৰিৰ হতুৱাই ঘঁহি-মাজি ৰং পালিচ কৰি চিলচিলীয়া কৰি তুলিলে। ফুলকটা, পাণখোৱা, বানবাটি, বটাও পেৰাৰপৰা উলিয়াই ঘঁহি-মাজি চিক্‌মিকীয়া কৰিলে। ঘৰৰ এলান্ধু, চোতালৰ চুকে-কোণে থকা জাবৰ-জোথৰো পেলাই সাৰি-পুচি পৰিষ্কাৰ কৰিলে। প্ৰায় সকলো ঠিকেই হ'ল। তেতিয়াও প্ৰভুৰ ঘৰত পিয়ালা-পিৰিচ সোমোৱা নাই। ভাগৱতী বাপুৱে প্ৰভুক জনালে যে সকলো যোগাৰ হৈছে। পিয়ালা-পিৰিচৰহে দিহা কৰিব পৰা নাই। প্ৰভুই ঘোপাকৈ চাই লাহেকৈ কৈ উঠিল 'পিয়ালা-পিৰিচ কেলেই? আমাৰ অসমীয়া আদত বস্তুহে ব্যৱহাৰ কৰিব লাগে। মাজতে আকৌ বেজাতৰ বস্তু সোমাব লাগে কিয় আচল সত্ৰাধিকাৰ দেখো সানমিহলিত পৰিব। আমাৰ দেখো নিজস্ব হেৰাই যাব।'

বাপুই একো নামাতি গুচি গ'ল।

এদিন আবেলি পৰত কমলা নাজিৰ আৰু দুই চাকিক লগত লৈ বৰহাকিমে প্ৰভুৰ ঘৰলৈ বুলি খোজ ললে। মেমজনীৰো প্ৰভুক চোৱাৰ হেঁপাহ। তেৰোঁ সেই

ছাগলী-খুৰীয়া জোতা পিন্ধি খটখটকৈ খোজকাটি আহিল।

বৰহাকিমে আগতেই সকলো খা-খবৰ লৈ থৈছিল। বাটঘৰাৰ দুৱাৰ মুখতে দুবৰিডৰাত জোতাযোৰ খুলি হনহনকৈ মেলচ'ৰালৈ আগবাঢ়িল। প্ৰভু মেলচ'ৰাতেই পাটিত বহি আছিল। প্ৰভুৰ সন্মুখতে একাষত দুখনমান নমুৰা চকীও থোৱা আছিল, পাটিত ধকধকীয়া বগা কাপোৰ পৰা আছিল। চালেহ চাহাবক দেখিয়ে প্ৰভুই আগবঢ়াই নিব আহিল। চাহাবে হাতযোৰ কৰি প্ৰভুলৈ সন্মান প্ৰদৰ্শন কৰিলে। চকীকেইখনলৈ প্ৰভুই দেখুৱাই দিলে যদিও, চাহাবে পোনেই প্ৰভুৰ সন্মুখৰ পাটিতেই বহি পৰিল। মেমজনীয়ে গোঁসাই ঘৰৰ বেৰত কাঠ কটা গড়ুৰৰ মূৰ্তিটো দেখি থৰ লাগি কেইপলকমান চাই আছিল। পিছত কব নোৱাৰাকৈয়ে মেলচ'ৰাৰ দুৱাৰ মুখ পালে। খচমচকৈ আকৌ ফিৰি গৈ জোতা খুলি আহিল। তেৱোঁ পাটিতেই বহি পৰিল। ইতিমধ্যে চাহাবৰ ইংগিতত নাজিৰে বঁটা এখনত এখন শুধ বগা চাদৰ, টকা দহোটা আৰু এধাৰ বগা ফুলৰ মালা দি প্ৰভুক মান ধৰিলে। প্ৰভুয়ো চালেহ চাহাবক সুগন্ধি চন্দনৰ ফোঁট এটি দিলে ফুলাম গামোচা এখন গলত মেৰুৱাই দিলে আৰু কীৰ্তন ঘৰৰ কাষতে থকা কেতেকীবাৰীৰপৰা অনা কেতেকী ফুল এপাহ আগবঢ়ালে। প্ৰভুৰ আতিথ্যেয়তাত চালেহ চাহাব মুগ্ধ হ'ল। তেওঁৰ মূৰ দো খাই গ'ল। কেতেকী ফুলৰ গোন্ধত গোটেই মেলচ'ৰা মলমলাই গ'ল। মেমজনীযে চাহাবক কাণে কাণে কিবা ক'লে। মাজুঘৰৰ বাৰাণ্ডাত থকা পহুৰ শিংবোৰ মেমৰ চকুত পৰিছিল। সেইবোৰ চাবলৈ হেঁপাহ কৰিছিল। পুৰণি সাতাম পুৰুষীয়া বস্তু চাবলৈ বৰ ভাল পায। চাহাবে প্ৰভুৰ ওচৰত কথাটো নিবেদন কৰিলে। অধিকাৰ প্ৰভুই কবিৰাজ ভতিজাকক মাতি 'কইনা'ৰ হতুৱাই মাজুঘৰটো দেখুৱাবলৈ ক'লে। সেইদিনা প্ৰভুৰ ঘৰত মেম-চাহাব চাবলৈ অহা মানুহ গিজ খাই আছিল। হাটীৰ বুঢ়ীসকলেও মাজুঘৰটোত থাহ খাই পৰিছিল। বাইদেউহঁতো সিদিনা মাজুঘৰৰ মজিযাতে আছিল।

বাইদেউ মূৰত ওৰণিখন লৈ মহাদেৱৰ মাক নিকতিৰ মাকহঁতক লগত লৈ আগচোতালত ভৰি দিলে। চোতালত থকা সকলে বাট এৰি দিলে। মেমজনীক লৈ মাজুঘৰৰ বাৰাণ্ডাত উঠিছেহে, 'হাও ওণ্ডাৰ' বুলি মেমজনীয়ে একপ্ৰকাৰ চিঞৰিয়ে দিলে। পহুৰ শিং থকা মূৰ্তি চাব ধৰিলে। চকুবোৰ তিৰবিৰাই আছে। প্ৰভু বহা কাঠচটাৰ কৃষ্ণমূৰ্তিটো লাৰি চালে। তিৰোতাসকলে তেওঁক বেৰি ধৰিছিল মাজুঘৰৰ বেৰত আঁৰি থোৱা নক্সা কৰা জাপি চাৰিবোৰলৈ ৰ লাগি চাই থাকিল। অধিকাৰৰ ঘৰৰ আন আন মহিলাসকলে চুৰা যোৱাৰ ভয়ত পাছ চোতাল পালে মজিয়াতে চকী এখনত বহি বাইদেউৰ মেখেলাৰ ফুলবোৰ পাৰ্যাপ্যাৰ চাব ধৰিলে।

'হাও নাইচ, হাও নাইচ বুলি ক'ব ধৰিলে। বাইদেউৰ হাতৰ বাউতি, বাজু গলৰ গলপতা হাৰ কাণফুল এবিধ এবিধকৈ চালে। বৰপেটীয়া বণিযাক বৰ তাৰিফ কৰিলে। ভাষা নাজানিলেও বুজাত বাধা নপৰিল, ঠাৰতে ভাবৰ আদান-প্ৰদান হ'ল। বাইদেউ সাউত কৰে গৈ নিজ হাতে বোৱা ফুলাম গামোচা এখন আনি মেমৰ গাত উৰুৱাই দিলে। মেমজনী'য খিলখিলাই হাঁহিব ধৰিলে। বাইদেউকো সাৱতি ধৰিলে। ফুলকটা পাণধোৱা এখনত মাহ প্ৰসাদ মালভোগ কল নাৰিকল আনি দিলে। থাকৰি থকা ঢাকোন দিযা গিলাচত পানী দিলে। তেও হেনো একো নাখায়। বাইদেউৰ আগ্ৰহ দেখি মালভোগ কল এটা ল'লে। পিছত আকৌ দুটামান খুজিও খালে। বাকী আন একো নুচুলে। বাইদেউৰ লগত মেমৰ মনৰ মিল খালে। হাতত ধৰি বাইদেউক মেলচ'ৰালৈ টানি লৈ গ'ল। বাইদেউৱে যিমানে বুজায যে তালৈ যোৱা মানা তিমানে মেমৰ হাতৰ মুঠি টান হয। শেষত আগচোতাল পাৰ হৈ মেলচ'ৰাৰ দুবাৰগৰীযালৈ আগবঢ়াই থ'লে। মহাদেৱৰ মাকহঁতো বাইদেউৰ পাছে পাছে গৈছিল।

চাহাবক গামোচাখন দেখুৱাই বাইদেউৰ কথা হেনো বহুত কিবা কিবি ক'লে। তেতিয়া চাহাবে প্ৰসাদ কল খাই আছিল। তাৰ মাজতে নানা তাত্বিক আলোচনাও হৈছিল। সত্ৰাধিকাৰ প্ৰভুৰ ব্যক্তিত্ব দেখি তেওঁ অভিভূত হৈছিল। এনেতে বানবাটিত চাহ আৰু ফুলকটা পাণধোৱাত চানাৰ খৰমা সন্দেশ আদি দি গ'ল। থাকৰি থকা ঢাকনি দিযা গিলাচত পানীও দিলে। চালেহ চাহাবে চানাৰ খৰমা দুটুকুৰামান খালে। এতিযা প্ৰভুৰপৰা বিদাযৰ অনুমতি বিচাৰিলে। যোৱাৰ সময়ত কৈ গ'ল 'আপোনাৰ বোৱাৰী হেনো বৰ সাৰ্দাৰ সতকাই আপোন কৰি লব পাৰে, লক্ষ্মী।

প্ৰভুৰ চকুৱে মুখে আনন্দ গৌৰৱৰ ৰেঙনি ফুটি উঠিল।

সিদিনা সাজ গটি গ'ল, গোঁসাইৰ চাকি দিযা হোৱা নাই। বাইদেউ গা পা ধুই অতাওতে অলপ পলম হ'ল। হাতত চাকি এখৰ লৈ গোঁসাই ঘৰলৈ যাওঁ বুলি ঘাইঘৰৰ দুবাৰণৰীযা পালেহি মাথোন ভিতৰৰপৰা টেংটেঙীযা মাতেৰে কোনোবাজনীযে কৈ উঠিল 'আজি কইনাই গহেৰ বন্তি দিবা নালগে গহেতুও চুৱা যাবো। বেজাতৰ মানুহৰ লগত চুৱা গাজো কচ্ছি। কালি ভাগৱতী বাপুক কৈ পাৰাচিতৰ দিহা কৰবা লাগবো।

বাইদেউ কেইপলকমান তাতেই থৰ লাগি থিয হৈ থাকিল। ডাঙৰৰ ভাগৰ কোনেও অৱশ্যে একো কোৱা নাই। বাইদেউৰ মনতে ক্ষোভ বিদ্ৰোহে গুমৰি উঠিলেও একো প্ৰকাশ নকৰি নিজ কোঠালৈ গ'ল। গোঁসাই ঘৰলৈ যোৱা ৰঙা

কাপোৰ সাজ সলাই তাঁৰতে থৈ নিবা বগা কাপোৰযোৰ পিন্ধি ঘাই ঘৰলৈ আহিল। সাজেলিৰ চাহটোপা বনাব নে নাই তাকেই ভাবি আছে। কাৰো মুখত মাত নাই গম্ভীৰ নিঃশব্দ। সৰু সৰু দেওৰেক দুজনমানে আহি কইনা বৌৱেকক ঘেঙাব ধৰিছে চাহটুপিৰ কাৰণে। সিহঁতে গা ধুই আহিছে এতিয়া পটিব বহিব।

এনেতে তাহাঁতৰ টেংটেঙীয়া মাতৰ বিযা দিযা বাযেকে ভিন ভিন বাটিত চাহ বাকি দিলেই। এজন দেওৰেক ওখৰা মুখৰ। বাটিটো লৈ এহোপা মাৰিযেই কেহৰজিৰ ৰহ হেন চাহ, সেৰকা সদবদ নাই, নাখাউ যা বুলি কৈ থেকেচা মাৰি বাটিটো থৈ ভোৰভোৰাই গুচি গ'ল। আটাইবোৰ বাটিৰ চাহ বাটিতে জুৰাল।

বাইদেৱে দেওৰেকক বুজালে 'তুমি খং নকৰিবা। মই আজি ৰাতি লঘোণ দি পুৱা গা পা ধুই শুদ্ধ হৈ আকৌ তোমালোকক চাহ কৰি খুৱাম।

'ইং বৰ চুৱা উইলৈছে। আমি দেখু ইস্কুলত আৰফানহাঁতৰ লগত গৰীযাৰ চলিৰ লগত এবে বেঞ্চিতে বহু। আমি চুৱা গেলু নাকি? বাইহাঁতেও চুৱা গেইছে। বাজাৰৰপে মিঞাৰ বাংনা ভজলুৰ দিনে কিনি আনে। বাইহাঁতে নাখৈ নাকি? অধিকাৰ জেঠাই দেখু এথেন কীতাং ঘৰক পৰহং কৰবা গেইছে।

কবিৰাজ ভিনিহি বৰ উদাৰ ঘৰুৱা সৰু সুৰা কথাত নিৰ্বিকাৰো। আযুৰ্বেদীয কিতাপ পঢ়া নিজ হাতে ঔষধ তৈযাৰ কৰা আৰু সমযমতে দুপৰীযা পধূলি গোসাঁই ঘৰলৈ যোৱা নিযমিত নীতি। হেৰফেৰ প্ৰায নহয। তেতিযাৰ দিনত কবিৰাজ বুলিলে তেওলোকৰ ভাগীৰে দেবীচৰণ দেৱ মিশ্ৰ বিখ্যাত। ৰাইজে জানে দেৱী কবিৰাজ বুলি। বেমাৰীৰ মুখ দেখিলেই বেমাৰৰ আঁচ ধৰিব পাৰে। নাড়ী নিৰীক্ষণৰ বেছি দৰকাৰ নহযেই।

অসমৰ আন এজন প্ৰখ্যাত কবিৰাজ আছিল কুলবিল সত্ৰৰ পোৱন গোঁসাই (পদ্মনাথ গোস্বামী)। এবাৰ হেনো গৌৰীপুৰৰ ৰজা প্ৰভাত নাৰায়ণ বৰুৱাৰ ঘুহঘুহীযা জ্বৰ হৈছিল। কলিকতীযা ডাক্তৰকে আদি কৰি বহুত ডাক্তৰ কবিৰাজ কৰিলে কতো গুণ কৰা নাই। শেষত কামৰূপীযা ৰাজপুৰোহিতৰ নিৰ্দেশত কুলবিলৰ কবিৰাজ প্ৰভুৰ পচৰ চাপিল। তেওঁ হেনো নাড়ীজ্ঞান কৰি বিধান দিলে —বৰেৰপুৱাই সেন্দুৰীয়া বেলিটো ওলোৱাৰ পৰতেই বেহৰৰ তেল এপোৱাকৈ নিতৌ গাত ঘঁহিব। উষ্ণ গৰম পানীৰে গা ধুব। হযো সাতদিন মানতেই ৰজাৰ মুখত হাঁহি ওলাল।

কামৰূপীযা পণ্ডিত কবিৰাজৰ কদৰ বাঢ়িল। বঙালৰ মাজতো খ্যাতি চৰিল। তাৰ পিছৰপৰাই দখীযা কামৰূপীযা বামুণৰ লৰাই ৰজাঘৰীয়া জল পানী গ্ৰহণ কৰি গৌৰীপুৰত সংস্কৃত শিক্ষা লোৱাৰ সুবিধা পালে গোঁসাইৰ অনুগ্ৰহত।

এবাৰ চাদুল্লা চাহাবৰ টান নৰীয়া হ'ল। বৰ সংকট কাল চলি আছে। তেখেতে তেতিয়া অসমৰ প্ৰধানমন্ত্ৰী (আজিকালি মুখ্যমন্ত্ৰী)। চিকিৎসাৰ কোনো ত্ৰুতি হোৱা নাই। বিখ্যাত বিখ্যাত বিশেষজ্ঞ ডাক্তৰসকলৰ চিকিৎসাধীনত থাকিলেও উপসমৰ আঁচ দেখা নাই। নানা আলোচনা বিলোচনাৰ শেষত কুলবিলৰ কবিৰাজ গোঁসাইকে দেখুৱাটো ঠিক কৰিলে। তেওঁ হেনো মৰা মানুহকো জীয়াব পাৰে বুলি ৰাইজৰ মাজত বিশ্বাস আছে। পোৱন গোঁসাই কুলবিল সত্ৰৰ গোঁসাই। বৰ নিয়ম-নীতিত চলে। সাত্বিক পুৰুষ। চৰকাৰৰ দূত আহি ওলাল। নানা কথা-বতৰাৰ পিছত চিকিৎসা কৰিবলৈ গাত ললে যদিও তেওঁৰ বহুত ফেক্ৰা- তেওঁৰ থকা মিলাৰ একেবাৰে সুকীয়া বন্দবস্ত কৰিব লাগিব। অথচ বেমাৰীৰ নিকতৱৰ্তী ঠাইত হব লাগিব। আনকি পানীৰ পাইপ, বিজুলী-বাতিৰো চাদুল্লা চাহাবৰ ঘৰৰ লগত সংযোগ থাকিব নালাগিব। ইত্যাদি বন্দৱস্তুতহে যাবলৈ ৰাজি হ'ল। কবিৰাজ প্ৰভুৰ চৰ্তবোৰ ততালিকে মানি লৈ সকলো দিহা কৰা হ'ল। তেও যাওঁতে নিত্য আহ্নিকৰ আটাইখিনি যোগাৰ লগত লৈ গ'ল। আনকি তুলসীৰ পুলি এটিও লগত নিলে। লগত দুজন লগুৱাও গ'ল।

চাদুল্লা চাহাব তেতিয়া সংজ্ঞাহীন অৱস্থাত। অক্সিজেন চলি আছে। নতুন বাহৰত গোঁসাই থিতাপি লৈ গা পা ধুই, পূজা আহ্নিক কৰি বেমাৰীৰ কাষ পাওঁতে বেলি পৰিলেই। গৈযে নাডীজ্ঞান কৰিবলৈ ললে। তেখেত গম্ভীৰ হৈ পৰিল। কিছুসময় নাড়ীজ্ঞান কৰাৰ পিছত 'বৰ সংকট অৱস্থা চলিছে' বুলি ব্যক্ত কৰিলে। বিশেষজ্ঞ ডাক্তৰসকল বহি আছে। কাৰো মুখত মাত নাই গম্ভীৰ। কবিৰাজ প্ৰভুৱে এতিয়া চিকিৎসা কৰিব। তাৰ আগতে নাকত লগাই থোৱা নাডী ভুৰিবাৰ গুচাই দিয়াৰ কথা ক'লে। তেতিয়া ডাক্তৰসকলৰ মাজত গুণগুণনি উঠিল। তেওঁলোক এই বিষয়ত নাৰাজ। গোঁসাই চিকিৎসা কৰিলে তেওঁৰ মতেহে হব। ইমানদিনে ডাক্তৰসকলৰ মতেই চলিছিল। যিয়ে নহওক শেষত তেওৰ মতহে বাহাল থাকিল।

প্ৰথমতে তালুৰ চুলি খুৰাই দিয়া হ'ল। শিৰঃৰন্ধ্ৰ কৰি তাতেই ৰসায়ন কৰিলে। ডাক্তৰসকলে নিঠৰ হৈ চাই আছে। মাজে মাজে নাডীজ্ঞান কৰে। দুখনমান তামোল খোৱাৰ বেলি বহাৰ পিছত গোসাঁইৰ মুখত হাঁহি বিৰিঙিল—

বেমাৰীৰ সংকট কাল কাটিছে। সাজ্জ গটি যোৱাৰ পিছত চকু মেলিব মাত দিব। ঠিক সেযে হ'ল। তাৰ পিছত বিধে বিধে অনুপানে সৈতে ঔষধ সেৱন কৰালে। তৃতীয় দিন বেমাৰী বহুত সুস্থ বোধ কৰিলে। নিয়মিতভাৱে সহকাৰী দুজনে হৰ্ম্যদিক্ত আৰু কিস্তিত ঔষধ মাৰি খুৱাই আছে। প্ৰভুই ক্ষণে ক্ষণে আহি নাড়ীজ্ঞান কৰি যায় ডাক্তৰসকল বিস্মিত হ'ল। গোঁসাই সাতদিন ছিলঙত কটালে। বেমাৰীক পথ্য দিয়া হ'ল আনকি বেমাৰীক কি পথ্য দিয়া হব তাকো তেও লগত লৈ

গৈছিল।

এতিয়া যোৱাৰ পালা। আজি কেবাদিনো হ'ল ঘৰ এৰি প্ৰবাসত আছে। অহাৰ দিনা চাদুল্লা চাহাবে কৰযোৰে নিবেদন কৰিলে– প্ৰভুৰ মাননি। এখন বঁটাত ধুতি চাদৰ এযোৰ আৰু তাৰ ওপৰত বহুত টকা থৈ মান ধৰিলে।

প্ৰভুই হাঁহিমুখে ক'লে, 'আপুনি আমাৰ ৰজা, আমি প্ৰজা। আপুনি হেন মহান ব্যক্তিক সুস্থ কৰিব পৰাটো আমাৰ গৌৰৱৰহে কথা। এয়ে ৰাজকৰ বুলি ধৰি লওক।'

"কিন্তু মোৰ এই সংকট কালত আপুনি দাতা মই গ্ৰহীতা। আপুনি মোৰ জীৱনদাতা। গুৰু প্ৰণামীতো লব লাগিব।' চাদুল্লা চাহাবে নেৰে, কবিৰাজ গোঁসাই নলয়।

শেষত জানিবা চাদুল্লা চাহাবৰ নিবেদন উপেক্ষা কৰিব নোৱাৰি প্ৰভুৱে এটি আবেদন কৰিলে যে তেওঁলোকৰ অঞ্চলটো স্ত্ৰীশিক্ষাত বৰ পিছ পৰা, অতি অনুন্নত। যদি দক্ষিণা দিবই খোজে তেনেহলে বালিকা বিদ্যালয় এখনকে কৰি দিলে ৰাইজৰ উপকাৰ হব। আমাৰ মাইসকলে পঢ়াৰ সুযোগ পাব। আপোনাকো ৰাইজে সোঁৱৰণ কৰিব।

যেনে কথা তেনে কাম চাদুল্লা চাহাবে হাঁহি মাৰি 'ইয়ো এটি কাম নেকি বুলি শৰাইখনো আগবঢ়ালে আৰু লগে লগে হুকুমো জাৰি কৰিলে।

গোঁসাইৰ ভাৰ্যা উত্তমা সুন্দৰীৰ নামেৰে কুলবিল সত্ৰত 'উত্তমা সুন্দৰী বালিকা বিদ্যালয গঢ়ি উঠিল। আজিও সেই বালিকা বিদ্যালয় আছে। গহইনীৰ ইস্কুল বুলি ৰাইজৰ মাজত পৰিচিত। এই স্কুল এতিযা উচ্চ ইংৰাজীলৈ উন্নীত হৈছে।

অসমৰ খ্যাতনামা চিকিৎসক লোকবন্ধু ডাঃ ভূবনেশ্বৰ বৰুৱায়ো পিছলৈ কুলবিলৰ কবিৰাজ গোঁসাইৰ আৰ্হিতে চিকিৎসা কৰিবলৈ লৈছিল দেশীয বনৌষধিৰেই। এবাৰ আমাৰ দাদাৰ বেমাৰ হোৱাত ডাং বৰুৱাই পান্তাভাত গৰুগাখীৰৰ দৈ আৰু আঠিয়া কল খুৱাই ভাল কৰিছিল। তেখেতৰ চেষ্টাতেই 'অসম আয়ুৰ্বেদ কলেজ' প্ৰতিষ্ঠা হয়।

আন এজন বৰপেটাৰ কবিৰাজ বিখ্যাত হৈ উঠিছিল, তেখেত হ'ল ঘনশ্যাম দাস। কাশীত কবিৰাজী পঢ়ি অহা লোক, ইফালে বি-এ পাছো। বৰপেটাৰ বিখ্যাত দেৱী কবিৰাজেও এওঁক বৰ উৎসাহ যোগাইছিল। কেতিয়াবা কেতিয়াবা ঘনশ্যাম কবিৰাজে ভিনিহিয়েউৰপৰা আদত ঔষধ নিছিল। তাতে আকৌ গুৰু ঘৰৰ ঔষধ, গুণ কৰিবই।

বৰপেটাত এজন বিখ্যাত হোমিওপেথিক ডাক্তৰ আছিল, নাম জনাৰ্দন দাস। বজাৰৰ মাজত তেওঁৰ ডাক্তখানা কাৰণে হাটীৰ তিৰী-চলি আহিবলৈ টান পাইছিল।

ভিনিহিদেউইঁতৰ এজন আত্মীয়ৰ ঘৰৰ ল'ৰাৰ সান্নিপাত জ্বৰ যোৱা-থোৱা অৱস্থা। বঙালী মুৰাৰী ডাক্তৰে চিকিৎসাত হাৰ মনা যেন হ'ল। এতিয়া মূৰৰ বিকাৰ হৈ বাইলং কোবাব ধৰিছে, উঠি উঠি যাব খোজে। ভাগৱতীথেৰ বুঢ়ী এজনী আহি খবৰটো দিলে, "আই আজি পন্ৰ দিন হ'ল যি জ্বৰ উঠিছি আজিকলগি চিঙাযে নাই। পইচা পানী কল্লাক। গিৰিঘৰক তামাকাহা দেইখলাক। বাচা বাঙালী ডাক্তৰে দিন নাই, ৰাতি নাই নইৰাৰ গুৰিতে। বিধে বিধে দাৰু দিছি, কাম কৰা নাই, নাফাফে। আজি আহতে কীতাং ঘৰত কৈলা ঠাকুৰক ঠগি এখান তেল একপোৱা সৈ আইহছু। তুহাৰ কবিৰাজ বাপুকো খবৰ দিবা আইহছু।"

কবিৰাজ ভিনিহি বাৰাণ্ডাতে বহি বড়ি পকাই আছিল। সাধাৰণতে তেও বেমাৰী চাবলৈ নাযায়, যোৱা লেঠাও বহুত। নেহাত আত্মীযৰ কথা, নগলে নহয়। বাইদেউৰে ভিনিহিদেউক মাতি আনি কথাটো ক'লে। আৰু বাকী থকা বড়িখিনি বাইদেউ পকাই থব বুলিও ক'লে। মানুহ ঘৰৰ বৰ বিপদ। ভাগৱতীথেৰ বুঢ়ীৰ হাতত ঔষধ দি ভিনিহিযে ক'লে, 'এইডোখৰ বতি 'নাই'ৰ গুৰিত ভৰণ দিবা আৰু এই খাৰ ভৰণটো জপজপীয়াকৈ মূৰত দি থাকিবা। মই গহেৰ ঘৰৰপে আহিযে যাম। তেথেন মূৰৰ বিকাৰ কম্বা লাগে। চিন্তা কৰবা নাল্‌গে। জ্বৰো নাম্‌বা লাগে। মই যাইহে অখুদৰ বিধান দিম।

ভৰদুপৰীযা সৰুদৈৰ ফুলাম বৰজাপিটো মূৰত লৈ কবিৰাজ ভিনিহি ওলাল কেওটকুছিৰ আত্মীযৰ ঘৰলৈ বুলি। লগত গ'ল ভাগৱতী বাপু আৰু লগুৱা এজন। ঔষধৰ জোলোঙাখন বাপুৰ কান্ধত আৰু লগুৱাই ললে হামুদিস্তা এযোৰ আৰু কিস্তি এযোৰ। বাটটোত ফাকু উৰোৱা ধূলি।

বাহিৰতে ভৰি হাত ধুই ঘৰৰ বাৰাণ্ডাতে চকিপীৰা এখনত বহিল। ঘৰৰ আটাইবোৰ চিন্তাক্লিষ্ট। বেমাৰীৰ বিষযে দুই এটা কথা সুধিলে। লাহেকৈ উঠি গৈ হাতত ধৰি নাড়ীজ্ঞান কৰাত লাগিল। 'বিকাৰৰ প্ৰকটতা কমা যেন লাগে। ৰোগ কঠিন হলেও চিন্তাৰ কাৰণ নাই। বেমাৰী সুস্থ হব। মূৰৰ খাৰ ভৰণটোৰ লগত আকৌ কিবাকিবি দি ভৰণটো জপজপীয়া কৰি দিলে, "এই খাৰ কোবাই থাকিবা। মূৰত তাপ উঠিছে, ভৰণ শুকাই যায়। 'নাই'ৰ গুৰিৰ ভৰণটো সলাই 'কেচুলেপা' মাটিৰ ভৰণ দিলে। প্ৰায এপৰ বেলা বহিল। আবেলিলৈ বেমাৰীযে চকু মেলিলে। আকৌ নাড়ীজ্ঞান কৰি বুজিলে– নাড়ী দুৰ্বল হলেও ব্যৱধান ভাল। মুখত আশাৰ ৰেঙনি ফুটি উঠিল। ভাগৱতী বাপুৰ হতুৱাই লগত অনা জোলোঙাৰপৰা শাক

দাৰু উলিযালে। তাৰে ৰস উলিযাই কিস্তিখনত বড়ি এটা মাৰি বেমাৰীক খুৱাই দিলে। বেমাৰীৰ পানীৰ বৰ পিযাহ্। মিচৰিৰ পানীহে খাব দিলে।

কবিৰাজ ভিনিহিয়ে বেমাৰীৰ ঘৰত কোনো বস্তুৱে নাখায নুচুবে। সাজ লগাৰ লগে লগে বেমাৰীৰ অৱস্থা ভাল বুজ লৈ ঘৰমুৱা হ'ল।

# ফুকনৰ আকৰ্ষণ

আমাৰ স্কুলৰ জহৰ বন্ধ আৰম্ভ হ'ল। মই তেতিয়া প্ৰথমমান শ্ৰেণীত পঢ়োঁ। জহৰ বন্ধত দৌৰা হাউ, গছত উঠা হাউ, টেঙাৰ বল, বঠা বল খেলি কটাম বুলি এদিন দেউতাই মোক গুৱাহাটীলৈ লৈ যোৱাৰ কথা ক'লে। দুপৰীয়া এক বজাত ৰেল, টিহু ষ্টেচনত উঠিব লাগে। টিহুৰ আলিটোত যম নোযোৱা দুৰ্গম বোকা, দূৰো হয় প্ৰায় চাৰি মাইলমান। বাৰীৰ পাছ ফালেদি পোনাই পথাৰৰ ভূঁইৰ আলিৰে গ'লে ডেৰ-দুই মাইলমানহে হয়। ৰাতি হ'লে ইঞ্জিনৰ উকিও শুনি।

এদিন পুৱা বেলাতেই গাঁৱৰে ধান বেচিব যোৱা গৰুগাড়ী এখনত বিছনাখন আৰু ছুটকেছটো টিহুলৈ পঠাই দিলে। আমি খাই বই দুপৰীয়া সোনকালে ওলালোঁ। বাটত গো-খোজত উজুতি খালেও, ভূঁই আলিত পিচল খালেও, বোকা গচকি গচকি গুৱাহাটীলৈ যোৱাৰ উদ্যমতে ঘনাই খোজ পেলাইছিলোঁ। বাৰমান বজাতে টিহু পালোঁগে। দেউতাক দেখিলে ইঘৰেও মাতে, সিঘৰেও মাতে। মাত-বোল দিওঁতে টিকট দিযাৰ ঘণ্টি পৰিলেই। ষ্টেচনৰ কাষতে এঘৰত ভালকৈ ভৰি-হাত ধুই চেণ্ডেল-জোতা পিন্ধিলোঁ।

গপগপকৈ ভুইকঁপ অহাদি গাড়ী আহিল। যাত্ৰীৰ হুৰাহুৰি লাগিল– ইটো ডবাৰপৰা সিটো ডবালৈ দৌৰে। আমাৰ ডবাটো ষ্টেচনৰ সন্মুখতেই আছিল। মানুহ বেছি নাছিল। গাড়ী থকা বেঞ্চি বহিবলৈ বৰ আৰাম। এইটো হেনো ইণ্টাৰ ক্লাছ। তেতিয়াৰ দিনত ফাৰ্ষ্ট ক্লাছ, ছেকেণ্ড ক্লাছ, ইণ্টাৰ ক্লাছ আৰু থাৰ্ডক্লাছ আছিল। সাধাৰণতে থাৰ্ড ক্লাছতেই মানুহে যায। আমাৰ ডবাৰ দুৱাৰৰ ভিতৰফালে ওপৰত লিখা আছিল '২০ জন বসিবেক'। মই এনেয়ে গণি চালোঁ। এজন বেছি আছে। আজিও মোৰ ভয় হৈছিল বেছি হোৱা জনক নমাই দিব বুলি। মোৰ কাষতে বহা মানুহ এজনে মোৰ নাম সুধিলে। ক'লৈ যাম কোন শ্ৰেণীত পঢ়োঁ তাকো সুধিলে। গুৱাহাটীলৈ যাওঁতে বাটত কি কি ৰেল ষ্টেচন পাম জানো নে নাজানো তাৰো প্ৰমাণ ললে। মই পৰপৰকৈ কৈ দিলোঁ। তেতিয়া কৈঠালকুছি ষ্টেচন হোৱা নাই। চাংসোৰি ষ্টেচনৰ নাম আছিল চুটীয়াপাৰা। এনেতে নলবাৰী ষ্টেচনত ৰেলখন ৰ'ল। ষ্টেচনৰ নামটো পঢ়িলোঁ যদিও, ৰ'টো কিবা বেলেগকৈ লিখা - 'ৰ'টোৰ তলত 'বিন্দু' এটা দিয়া। কাষৰ মানুহজনৰ লগত বন্ধুত্ব হৈ পৰিছিল। তেওঁ বঙালীতে লিখা বুলি ক'লে। কিয় বঙালীতে লিখিছে বুজিব নোৱাৰিলোঁ। জনাৰিকৈ

কেইজনমান গাঁৱলীয়া মানুহ আমাৰ ডবাতে উঠিল। তাৰে দুজনমানৰ হাতত বাওঁকা আছিল। বোধহয় হাট কৰা বেপাৰী। এনেতে গাড়ী এৰি দিলেই। বাওঁকা লোৱা বুঢ়া এজনে দুৱাৰৰ কাষতে মজিয়াত বাওঁকাৰে ঠোকৰ মাৰি কৰলৈ ধৰিলে "উহ্, মাটিৰ উপাৰত লুৱা, লুৱাৰ উপৰত গাড়ী, গপ গপ কৰে, বেছ বাঙালোৰ বুদ্ধি"। অলপ পিছতে "হাওঁ, গাড়ী থাকা বেঞ্চি হা ইতাহে মল্লু।" তেতিয়া গাড়ী বেগেৰে চলিছে।

ৰঙিয়াত গাড়ী ভালকৈ ৰোৱায়ে নাই, মানুহ কেইজনে হুৰমূৰকৈ নামি গ'ল। দেউতাই চাহ খালে, মোক এটি মিঠাই খাব দিলে। ক'লা কোট পিন্ধা মানুহ এজন আমাৰ ডবাত উঠিল। আমি আটায়ে আৰামত বহি আছোঁ। চিকণকৈ পোছাক পিন্ধা দুজন মানুহ বৰ মেজাজত আহি আছিল, যেন লাটচাহাবহে। গাড়ীখন যেন তাহাঁতৰহে। ক'লা কোট পিন্ধাজনক দেখি অলপ আচাংইচিং কৰা যেন লাগিল। তেওঁ টিকট চাব ধৰিলে। গাড়ী চলিল। সেই দুই ভদ্ৰলোকৰ টিকট থাৰ্ড ক্লাছৰহে। আহিছে সোণাহাটৰপৰা খাচ বঙাল কথা কয়। তিনিও দেশী ভায়ে কি কথা পাতিলে নুবুজিলোঁ। টকা দিয়া দি কৰাহে দেখিলোঁ।

পাহাৰৰ ফাঁকে ফাঁকে গাড়ী গৈ আছে। বহুত দূৰৈৰপৰাহে নীলা নীলা ভূটান পাহাৰ দেখিছোঁ।– 'দূৰৈৰ পৰ্বত, ৰাতিৰ জুই, ইয়াক নেদেখি থাকিবা শুই'। দূৰৈৰ পাহাৰৰ তং ধৰিব নোৱাৰি। কিন্তু আজি হ'লে কাষতেই দেখিলোঁ। পাহাৰ কাটি মাজেৰে ৰেল লাইন নিছে। আমিনগাওঁ পাওঁ মানে চকা ৰঙা পৰিবৰ হ'লেই। দেউতাৰ পৰিচিত মানুহ কেইজনমানো লগ পালে। আটায়ে জোৰ দিলে নাৱেৰে পাৰ হোৱাটো। জাহাজত গলে ৰাতি হব। আমি পাৰঘাটলৈ গ'লো। বিশাল ব্ৰহ্মপুত্ৰ নদী– ইপাৰ সিপাৰ মনিব নোৱাৰি। নদীৰ মাজত ঢৌ দেখি বুকু কঁপি যায়। নাৱত উঠি মাজৰ পীৰিত বহিছোঁ, নাও নেৰেহে নেৰে। নাও মানুহেৰে ভৰি পৰিল, তথাপি মানুহ মাতিয়ে আছে। পাৰিলে টানিয়ে আনিব। নাৱৰ বাৰলৈ আৰু দুআঙুলমানহে আছে। তথাপি নাৱৰীয়াৰ হুতাহ নপলায়। কেইজনমান নামি গৈ আন নাৱত উঠিল। তেতিয়াহে আমাৰ নাৱৰীয়াৰ গাত চেঙা লগা যেন হ'ল। আৰু কোনোবা নামিব বুলি নাও দলৈ ঠেলি দিলে। দুজনে ডাঁৰ ধৰিছে। নাও উজাই গৈ আছে। এনেতে জাহাজ এখন গ'ল। বিৰাট ঢৌ উঠিল। ভৰা নাও টুলুং ভুটুং লগালে। নাওযাত্ৰীৰ সন্ত্ৰাসৰ সীমা নোহোৱা হ'ল। 'কামাখ্যা মাই কি জয়' বুলি জাউৰিয়ে জাউৰিয়ে হুইধ্বনি দিব ধৰিলে। এজন শকত-আৱত মানুহে ধমকিৰ সুৰত কিবা কিবি কোৱাত পাহাৰৰ ঘূলিত নাও সোমাই দিহে ৰক্ষা পৰিল। ঢউ সাম কটাত আকৌ নাৱ মেলি দিলে। চকা পাটিত বহিল। সিপাৰৰ পাণ্ডুঘাট

পালোঁ। বুকুৰ ধপধপনি তেতিয়াও মৰা নাই।

গুৱাহাটীৰ শান্তিপুৰ পাওঁতে কাণি আন্ধাৰ হ'লেই।

পকা আলিটোৰপৰা শান্তিপুৰলৈ যোৱা বাটটো সুৰসুৰীয়া। দুই কাষে জাৰণি। ৰেল লাইনটো পাৰ হৈয়ে সোঁফালৰ ঘৰটোতেই আমি থাকিম। পাঠশালাৰ গান্ধীবাদী ডাঃ জিনাৰাম দাসৰ ঘৰ। তেওঁ অসমৰ পাহাৰ অঞ্চলতো চাকৰি কৰিছিল। নগা পাহাৰ লুচাই পাহাৰ, গাৰো পাহাৰৰ মানুহৰ মাজত তাহাঁতৰে এটা যেন হৈ আছিল। পাহাৰৰ ভাইসকল গুৱাহাটী চাব আহিলে এৰাতি দুৰাতি এওঁঘৰত কটাইছিল। পিছত ডাক্তৰে অসহযোগ আন্দোলনত যোগ দি চাকৰি এৰি দিয়ে আৰু আ ন দেশ সেৱাতেই লাগি থাকে।

এদিন ৰাতি ভাত খাব বহিছোঁ বাঘৰ হাওঁৰণি শুনিলোঁ। মোৰ থৰকাচুটি হেৰাল। বাকীবোৰে হাঁহিব ধৰিলে। গধূলি হ'লেই কুৱাৰ পাৰতেই সাপ দীঘল দি পৰি থাকে। ফেউৰাৰ আতাহ শুনিলেই ঘৰৰ ভিতৰ সোমাওঁ। মোৰ বাঘতকৈও সাপকহে বেছি ভয় লাগিছিল। ফুকনৰ ঘৰৰ কোনোবাই শান্তিপুৰৰ ভিতৰৰ ফালে এদিন পহু এটা মাৰি আনিছিল এদিন এটা বাঘো মাৰিছিল।

আহিবৰ কেবাদিনো হ'ল তেতিয়াও গুৱাহাটী চোৱা হোৱাই নাই। খেন বুজি আনৰ লগত ইফালে সিফালে যাওহে। এদিন ৰাতিপুৱা চাহ-পানী খাই উঠাৰ পিছত মোক লৈ দেউতা ওলাল। শান্তিপুৰৰপৰা পকা আলিটোযেদি নৈৰ পাৰে পাৰে খোজ লৈছোঁ। বাটত যাওতে তৰুণ ফুকনৰ হাউলিটো দেখুৱাই দিলে। আগতেই কেবাবাৰো ফুকনক আমাৰ ঘৰত দেখিছো।

ডুমুনী চাহ বাগিচাৰ ওচৰৰ গড়েমাৰীত ফুকনৰ খাট আছিল। এখন থৰথৰীয়া মটৰত যায়। গধূলি আমাৰ ঘৰলৈ আহে। মটৰৰ ওপৰৰ চালখন কাপোৰৰ পাছফালে এখন কেৰিযাৰ আছে। তাতেই বিছনা-পত্ৰ বান্ধি আনে। ড্ৰাইভাৰজন শকত আৰু মস্ত গুফীয়াল। খাকী ৰঙৰ হাফপেণ্ট আৰু হাতদীঘল চোলা আঠুলৈবে মোজা পিন্ধা। ধকধকীয়া বগা হাফপেণ্ট আৰু বগা চোলা পিন্ধা সুন্দৰীয়া ৰঙৰ ফুকন চাহাব ধূলিত পোট খাই পৰা মূৰটো হৈ গাড়ীৰপৰা নামে। ছিটৰ পাছফালে থোৱা টাৱেলখন আনি গা-মূৰ জোকাৰে। আমিবোৰে গাড়ী চোৱাত লাগোঁ। কোনোবা কোনোবা দুষ্ট ল'ৰাই গাড়ীত লগা ধূলিৰ ওপৰত অ আ ক খ লিখে। নাম লিখিৰ জনাজনে নাম লিখিব ধৰোঁতেই ড্ৰাইভাৰজন কাষ চাপিলেই দৌৰে। এবাৰ মযো পলাইছিলোঁ। পিছত যেতিয়া আমাৰ ঘৰৰ ল'ৰা বুলি জানিলে তেতিয়া ড্ৰাইভাৰে মোক কোলাত লৈ ড্ৰাইভাৰৰ ছিটতেই বহুৱাই দিলে। মোৰ তেতিয়া বুকুখন ওফন্দি উঠিছিল। বাহিৰৰ চোতালতে ফুকন

বহিল। দীপৰকাইঁতে লাম্বৰপৰা পানী তুলি আনি গা ধোৱা ঘৰত দিলে। লাম্বৰ পাৰতে বাঁহৰ চোচনিৰ বেৰা দি সজোৱা গা ধোৱা ঘৰ। তলত ভগা ইটা পৰা। গডখাবৈলৈ পানী বৈ যোৱাকৈ বৈ কাটি দিয়া আছে। ফুকন চাহাবে হেনো গোন্ধ চাবোনেৰে গা ধুইছিল।

গা ধোৱাৰ পিছত দীপৰকাইঁতে বালটি আনিব যাওঁতে নাকত চাবোনৰ গোন্ধ লাগিছিল। হলীকা তেতিয়া আমাতকৈ অলপ ডাঙৰ। সি কথাটো শুনি দৌৰি গৈ শুঙি অহিছিল।

ফুকনে গা-পা ধুই গোঁসাই ঘৰত সোমাল। প্ৰায় এঘণ্টামানৰ মূৰত ওলাই আহি ভিতৰ চোতালতে বহিল। তাতেই চাহ-জলপান খালে। ফুকন অহা শুনিলে গাঁৱৰ মানুহ হিলদ'ল ভাঙি আহে। বগলীৰ পাখিৰ দৰে ধকধকীয়া বগা ধুতি আৰু পাঞ্জাবী চোলা পিন্ধিছে। গলত পাটৰ চাদৰ। এনেযে ৰঙা টুকটুকীয়া চাহাবটো যেন তাতে এই সাজ কাপোৰে তেওঁৰ গাত মহাপ্ৰভুই ভৰ কৰা যেন লাগিছে। বেলি পৰিছেহে। মানুহে চকা পাটত বহাৰ লগে লগে গৰু-ছাগলী বান্ধি ফুকন চাহাবৰ দৰ্শন পাবলৈ আহিলেই। চোতাল ভৰি পৰিল। গাঁৱৰ পামৰ বুটী পেহী যাতনা জেঠি আতেহী পেহীইঁতে আমাৰ ঘৰৰ মাজৰ পলিত ভিৰ কৰিছিল। বালিহাজৰিৰ লেব্ৰা গেঙ্গে বডোইঁতে চাকলাৰ সুঠা গাওবুঢা শাইস্তা হানিফা আকবৰইঁতো আহি চোতালৰ একাষত বহিল। সাহানৰ কাতীয়া গাওবুঢাই বোলে ফুকন দেউতা আমাৰ তহচিললৈ আহিছে আমাৰ বৰ ভাগ্য। নাম এভাগ ধৰিব লাগে। যেনে কথা তেনে কাম। লগে লগে নাৰিকল কল কুহিয়াৰ যোগাৰ হ'ল। মাহ প্ৰসাদো ভিজালে। আমাৰ গোঁসাই ঘৰতে মাই ঠগি পাতিলে। সাহানৰ বযো পাঠক পালি সৈতে দলটো আহিল। আতাইঁতৰ ঘৰৰপৰা ভোৰতালযোৰ আনিলে। ইতিমধ্যে চোতালত ঢাৰি পাৰি মানুহ বহিছিলেই। ফুকন চাহাবে গীতা ভাগৱতৰ কথা ৰাইজক শুনাইছে। সাজ গডি গ'ল। সকলো যোগাৰ হ'ল। পাঠক উঠিল। দুটামান দিহা গালে ঢেক, ধুৰাও গালে। ৰাতি খাবৰ পৰ হ'লেই তেতিযা নাম থলে। গৃহস্থই মানে আমি আটায়ে গোঁসাইঘৰত সেৱা কৰিলো। ফুকন দেউতাই উঠি 'ৰাইজৰ কুশলাৰ্থে' দেৱভাষাৰে আশীৰ্বাদ দি হৰিধ্বনি দিযে। ভোৰতালযোৰত অলপ কিবা মাননিও থলে।

আটায়ে মাহ-প্ৰসাদ খালে। যোৱাৰ সময়ত কাতীয়া গাঁওবুঢাই 'জয় ফুকন দেউতা কি জয় বুলি হৰিধ্বনি দিলে। সুঠা গাঁওবুঢাইঁতেও কুৰ্নিশ জনাই বিদায় ললে।

ইয়াৰ পিছত আৰু কেবাবাৰো ফুকন আমাৰ ঘৰলৈ আহিছিল। এবাৰ

নিৰ্বাচনত ভোট বিচাৰিও। তেতিয়া বাইদেউইঁতে যোৰা নাম গোৱা শুনিছিলোঁ ঃ

তৰুণ ফুকন নবীন দলে
গাঁৱে গাঁৱে মিটিং কৰে।

ফুকনৰ হাউলিটো প্ৰকাণ্ড। বৰ পথাৰখন পাৰ হৈহে চাৰিচেলীয়া খেৰী বঙলাটো। মস্ত ডাঙৰ ঘৰ। পশ্চিমৰ ফালে এটি ঘৰ আছে। তাৰে কাষতে হাফপেণ্ট পিন্ধি কোনোবা এজনে হাতী এটাৰ শুঁৰত ধৰি খেলা কৰি আছে। পূব-দক্ষিণৰ কোণত সৰু ঘৰ এটাৰ ভিতৰৰপৰা মটৰ গাড়ী এখন উলিয়াই থৈছে। ইঞ্জিনৰ ঢাপলি দুখন তুলি থৈছে।

ইতিমধ্যে পাছফালৰপৰা মটৰ গাড়ী এখনে পেঁট্‌পেঁটকৈ হৰ্ণ বজাই আমাৰ কাষেৰে পাৰ হৈ গ'ল।

বৰ লুইতৰ বুকুত নাও। মাজ পানীত এখন নাও টুলুং ভুটুং কৰা যেন লাগিল। জাহাজ এখন উজাই গৈছে। সেই বৰপেটাত দেখা পানী জাহাজৰ চুঙাইদি ধোঁৱা ওলোৱাৰ দৰে ইযাতো ধোঁৱা ওলাই আছে। জাহাজখন যোৱাত পানীত ঢৌ উঠিল। সেয়ে নাওবোৰ টুলুং ভুটুং কৰিছিল। দেউতাই ক'লে, এইখন হেনো তেজপুৰলৈ যাব। কিলিলিং কিলিলিং ঘণ্টা বজাই খটখটকৈ ঘোঁৰাবাগী দুখনমান পাৰ হৈ গ'ল। ঘোঁৰাবাগীবোৰত ধুনীযা ধুনীয়া ৰং-বিৰঙৰ ফুল আঁকা আছে। চালকজনে সৌকাৰে শূন্যতে সুৰুৎকৈ মাৰি দিয়ে। শব্দটো শুনিলে গাতেই মৰা যেন লাগে, গাতো শিৰশিৰাই যায।

ফাঁচী বজাৰৰ ঘাট পালোঁ। দুটা ডাঙৰ ইটাৰ থুম মাজেৰে খটখটী পানীৰ যুঁৰলিলৈকে। থুম দুটাৰ ওপৰৰ অংশ ভঙা। গৈ আছো, গৈ আছো, পাহাৰৰ কাষতে নৈৰ পাৰত এটি দালান যেন ঘৰ। কাষত জাহি-জংঘলে ভৰা। 'নৰ্থ ব্ৰুক গেট বুলি দেউতাই ক'লে। আকৌ অলপদূৰ গৈছোঁ, সোঁফালে এখন ধুনীয়া ফুলনি-জুবিলী বাগিচা। বৰ ধুনীয়া বাগিচাখনত নানা ফুল জকমকাই ফুলি আছে। ভিতৰত সোমালেই মন জুৰ পৰি যায়। একাষত অকণমানি পাহাৰ এখন। তাৰপৰা নিজৰা এটাৰ পানী জিৰজিৰকৈ বৈ আহিছে। পাহাৰটোৰ তলতে এঁকা বেঁকা ডোবা এটা। তাত ৰঙা ভেটফুল ফুলি আছে। পাৰতে বেঞ্চিও এখন আছিল। তাতেই অলপ সময বহিলোঁ আহিবলৈ মন নাযায়। আজিকালি জুবিলী বাগিচাৰ চিন চাপ নোহোৱা হ'ল 'জুবিলী বাগিচা'ত পানী যোগান ব্যৱস্থা বহিল। এই জুবিলী বাগিচাতেই মহাত্মা গান্ধী, জিন্না চাহাব আদি কৰি বহুত নেতাই বক্তৃতা দি গৈছিল। অথচ এনেহেন ঐতিহাসিক বাগিচাখনৰ মূলকেই মাৰি পেলালে।

কাছাৰীঘাটলৈ লৈ গ'ল। ঘাটতে সৰু সৰু নাও বান্ধি থোৱা আছে। লুইতৰ পানীয়ে খটখটীত কোবাই আছে। নৈৰ মাজত কর্মনাশা, উর্বশী, উমানন্দ পাহাৰ। উমানন্দ পাহাৰৰপৰা জলু বান্দৰৰ আটাহ শুনিবলৈ পালোঁ।

তাৰপৰা আহিয়ে ৰাস্তাটো পাৰ হ'লেই বাওঁফালে বিৰাট পথাৰ, চার্চ ফিল্ড। মাজতে এটি সৰু গীর্জা। গীর্জালৈ যোৱা বাটৰ দুয়ো কাষে থুনীয়াকৈ শাৰী কৰি নাগেশ্বৰ ৰোৱা আছে। আটাইবোৰ সমান জোখৰ। চাকিৰ জুইৰ ঠোপাটোৰ দৰে নাগেশ্বৰ কেইজোপা ওপৰলৈ জোঙা। তাতে আকৌ ফুল ফুলি ঠাইডোখৰ গোন্ধত আমোল-মোলাই আছে।

পাণবজাৰলৈ আহিলোঁ। কোণাতেই মহামায়া কেবিন। দেউতাক দেখি মালিকে নিজেই আহি খা-খবৰ ল'লে। আমি তাতেই চাহ-গজা খালোঁ। তেতিয়া চাহৰ পিছত তামোল দিয়া দস্তুৰ আছিল। কাষতেই বর্মনৰ কাপোৰৰ দোকান। চামতাৰ সুৰদেৱী থিয়েটাৰৰ মালিক ধৰণী বর্মনৰ দেউতাকৰ দোকান। আজিকালি 'গগৈহঁতৰ কম্‌প্লেক্স'। দেউতাৰ বিশেষ পৰিচিত। দেউতাক দেখিয়ে আথে-বেথে বহিব দিলে। তামোল খুৱালে। দেউতাই মোৰ বাবে ঠেঙা কামিজ এযোৰ কিনিলে। ওলায়ে সন্মুখত বর্মন পৰিয়ালৰ মিঠাইৰ দোকান। আজি কালিৰ অশোকা হোটেল। চাহ দোকানৰ মালিকে দেউতাক দেখি মাত লগালে, তামোল খুৱালে। মোক মৰম কৰি মিঠাই এটাও খুৱালে।

এঘৰ মানুহৰ ঘৰলৈ লৈ গ'ল। বহুত মানুহৰ সমাগম। মটৰ গাড়ীও দুখনমান বাহিৰত আছে।কোনোবা ডাঙৰ মানুহৰ ঘৰ। বহা কোঠাটো আহল-বহল, ডাঙৰ। বহুত চকী পতা আছে। এখন চালপীৰা হেন বহল টেবুল। তাৰ ওপৰত এখন কাঁচ। ইমান ডাঙৰ কাঁচ মই আগতে দেখা নাই। সন্মুখত গাড়ী থকা চকী এখনত পকা ঠেকেৰা যেন টুকটুকীয়া ৰঙা চেহেৰাৰ ধকধকীয়া বগা ধুতি-চোলা পিন্ধা মানুহ এজন বহি আছে। ঠুঁটৰিতে তললৈ জোঙাকৈ চিকণাই লোৱা ৰঙচুৱা ৰঙৰ ডাটি। 'আহা আহা' বুলি কৈ আমাক বহিবলৈ দিলে। কাষৰ কোঠা এটাত আৰু কেবাজনো মানুহ বহি কথা পাতি আছিল। অলপ পিছত দেউতাও তালৈ গ'ল। সেই কোঠাত থকা সকলৰ ভিতৰত এজন হ'ল অমৰা চকুৱা বিৰাট কায়ৰ মানুহ। 'বাবৰি' চুলি। সাধাৰণতে আমাৰ সেইফালে যাত্ৰাপার্টিত সেনাপতি হোৱাবোৰে কাণ ঢাক খোৱাকৈ দীঘল চুলি ৰাখি সন্মানকৈ কাটি লৈছিল। তাকে 'বাবৰি' ৰখা বুলি কৈছিল। কথা-বতৰাত গলগলীয়া। তৰুণ ফুকনৰ ভোটৰ সময়ত আমাৰ ঘৰলৈ কেবাবাৰো আহিছিল। এখেত হ'ল ৰোহিনী কুমাৰ চৌধুৰী দেউতাৰ বন্ধু।

পাটাছাৰকুছি বিদ্যাপীঠৰ জন্মলগ্নৰ কাহিনী বৰ বিচিত্ৰ। বঙালী হাইস্কুলৰ

প্ৰধান শিক্ষকৰ বাচনি লৈ মতানৈক্য হোৱাত দেউতা আৰু বাণীকান্ত দেৱচৌধুৰী তাৰপৰা ওলাই আহিল। লগে লগে স্থিৰ কৰিলে পাটাছাৰকুছিতো হাইস্কুল এখন পাতিবলৈ। ধৰমতলাৰ তাৰক শৰ্মা উদ্যোগী লোক, সাহিত্য বিষয়তো ৰাপ থকা। আনকি কলিকতাত 'আবাহন' আলোচনীৰ সম্পাদনাতো ভাগ লৈছিল। তেওঁক সাৰথি কৰি স্কুল পতা কামত আগবাঢ়িল। স্থানীয় লোকৰ লগতো আলোচনা চলালে। এই অঞ্চলৰ ৰাইজ এক চাত হ'ল উঠিপৰি লাগিল। তেতিয়া হৰেণ শৰ্মা কলিকতাৰপৰা আহি ঘৰতে আছে। তেওঁক হেডমাষ্টৰ পতাৰ প্ৰস্তাৱ দিলে। প্ৰথম অৱস্থাত তেওঁ হেহনেহ কৰিছিল। ইফালে কিন্তু স্কুল পতা খাতাং। তেও নাহিলেও মুণ্ডৰীযাৰ সুৰেণ শৰ্মাকে অনাৰ কথাও ভাবিলে। সেইমতে আলোচনাও চলালে। শেষত জানিবা নানা কথা ভাবি চিন্তি হৰেণ শৰ্মাই আগ্ৰহ দেখুৱালে।

হাইস্কুলৰ প্ৰথম খেৰি ঘৰ এটা দেউতাই বান্ধি দিলে। তাতেই ক্লাছ আৰম্ভ কৰিলে। পিতাকৰ নিৰ্দেশত ৰঘুনাথ দেৱচৌধুৰী কলিকতাত এম এ পৰীক্ষা দিব এৰি আহি হৰেণ শৰ্মাৰ সহাযক শিক্ষক হৈ স্কুল পতা কামত লাগিল। টিহুৰ ধনেশ্বৰ (গোস্বামী) বিএছচিকো তৃতীয় শিক্ষক কৰি আনিলে। দেউতা সকলো কামতে আগহাথা। ছিলং গুৱাহাটী কলিকতা সকলো ফালে হৰেণ শৰ্মাৰ লগত গাটোতে ছাঁটোৰ দৰে লাগি আছিল। চাদুল্লা চাহাব তেতিযা প্ৰধান মন্ত্ৰী (আজিকালিৰ মুখ্যমন্ত্ৰী)। দেউতাৰ লগত বন্ধুত্ব আছে। সেই মন্ত্ৰীসভাত ৰোহিনী কুমাৰ চৌধুৰীও আছে। চাদুল্লা চাহাবৰ কাষ চাপিল। তেওঁ হৰেণ শৰ্মাকো কৃতী ছাত্ৰ হিচাপে জানে। তেও নানা উপদেশ দি কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আজিজুল হক চাহাবলৈ চিঠি এখন দিলে। সেই সময়ত শিক্ষা অধিকৰ্তা আছিল মিং জি এ স্মল। স্মল চাহাবে বিপক্ষ দলৰ বিৰূপ কথা শুনি নতুন স্কুল পতাত পথালি দিলে। কলিকতাৰ হাইকোৰ্টত অধিবক্তা হৈ থকা হলীৰাম ডেকাৰ সাহায্যত যাকে য'তে লগ ধৰিব লাগে লগ ধৰি আমাৰ শিক্ষা বিভাগক ডেং মেলি পাৰ হৈ কলিকতা বিশ্ববিদালযৰপৰা পাটাছাৰকুছি বিদ্যাপীঠৰ 'মঞ্জুৰি পত্ৰ আনিলে। ইয়াৰ মাজত নানা বিপৰ্যয় দেখা দিলেও বৰপেটাৰ বিদ্যোৎসাহী ধনীৰাম তালুকদাৰ আৰু চিত্ৰমল্ল বুজৰবৰুৱা ডি আইয়ে নানাভাৱে সহায কৰিলে। তেওঁলোক দুয়ো দেউতাৰ বন্ধু। আগতে পাটাছাৰকুছি বিদ্যাপীঠৰ বিপক্ষে দিয়া ৰিপোৰ্ট বুজৰবৰুৱা ডি আইয়ে খাৰিজ কৰি দিলে। পিছত ৰোহিনী কুমাৰ চৌধুৰী শিক্ষামন্ত্ৰী হোৱাত দেউতাৰ অনুৰোধত এই স্কুল পৰিদৰ্শন কৰিবলৈ আহিছিল।

তেখেতৰ আগমনত আমি এখন বৰ ডাঙৰ তোৰণ সজাইছিলোঁ। বক্তৃতা

প্ৰসংগত কৈছিল যে তেওঁ পৰিদৰ্শন কৰা প্ৰায়বোৰ স্কুলতে তোৰণত 'Welcome' বানানটো ভুলকৈ Well-Come লিখে। ইয়াতেই ব্যতিক্ৰম দেখিলোঁ। সেই কাৰণে হেডমাষ্টৰ হৰেন্দ্ৰনাথ শৰ্মাৰ শলাগ লৈছিল।

বান-বাৰিষা গোহাঁইকমল আলিত এক অঠুমান বোকা হয়। সেইদিনা ৰাতিপুৱাতে দবা-পিটা বৰষুণ। মন্ত্ৰী আহোঁতে কিবাকিবি কৰিহে আহিল। মন্ত্ৰীৰ লগত স্কুল পৰিদৰ্শক শৰৎ গোস্বামীও তেখেতৰ নিজৰ সৰু 'অষ্টিন' গাড়ীখন লৈ আহিছিল। ফিৰি যাওঁতে মন্ত্ৰীৰ গাড়ী পাৰ হৈ গ'ল। তেখেতৰ গাড়ীখন পাটাছাৰকুছিৰ আধা মাইলমান পূবে দখালদিয়াৰ দলং পাৰ হৈ বোকাত বজিল। একসময়ত কালদিয়া নদী এইফালেদি বৈছিল। কালক্ৰমত সোঁত সলনি হৈ পশ্চিমলৈ গ'ল। মানুহৰ মুখত দখালদিয়া হৈ পৰিল। আমি ছয়-সাতজনমান ল'ৰা ঘৰলৈ ফিৰিছোঁ। গোস্বামী আৰু ড্ৰাইভাৰজনে গাড়ীখন ঠেলিব লাগিছে, লৰাবই পৰা নাই। আমি আটাইকেইজনে আলি কাষত ফলি-কিতাপ থৈ 'হুইচো মাৰি ঠেলি বোকা পাৰ কৰাই দিলোঁ। তেখেতে গাড়ী ৰখাই আমাৰ আটাইকেইজনৰে নাম লিখি ললে। মোৰ নাম কোৱাত দেউতাৰ নামো সুধিলে। নামটো শুনি হাঁহিলে। কেতিয়াবা এইফালে আহিলে তোমালোকৰ ঘৰত সোমাম দেউতাক কৰা। অলপ আগতে তোমাৰ দেউতাক লগ পাইছোঁৱে। বুলি কৈ গাড়ী লৈ গুচি গ'ল। কেইদিনমান পিছত আমাৰ আটাইকেইজনৰ নামত এখন এখনকৈ সাধুকথাৰ পুথি হেডমাষ্টৰলৈ পঠাই দিছিল।

তাৰ পিছত আৰু এজন শিক্ষামন্ত্ৰী আমাৰ স্কুললৈ আহিছিল। তেখেতৰ নাম আছিল চামচুল উলেমা মৌলানা আবু নাছেৰ মহম্মদ ওৱাহিদ আলি। তেওঁ হেনো স্কুল পৰিদৰ্শন কৰি ফিৰি যাওঁতে গাদীচ্যুত হোৱা খবৰটো নলবাৰীতেই পাইছিল।

মই তেতিয়া ডটীয়া বুঢাৰ সন্মুখত অকলে বহি আছোঁ। মনতে অলপ ভয়ো লাগিছে। বুঢাই নামটো সুধিলে। মজাৰ মজাৰ গল্পও যুৰিলে। গুৱাহাটীলৈ আহি কি কি দেখিলোঁ চিনেমা চালোঁ নে নাই তাকো সুধিলে। আহি পোৱাৰ পিছদিনাই কেলভিন হলত চিনেমা চোৱা বুলি ক'লোঁ। ঘপৰাই চিনেমাখনৰ নামটো সুধিলে। 'দি ৰোৰ অব দি ড্ৰেগন' বুলি কোৱাত মোক বৰকৈ বখানিলে। জীৱনত প্ৰথম চিনেমা চাইছোঁ কাৰণে নামটো মুখস্থ কৰি লৈছিলোঁ। কেইবা বছৰো পিছত দ্বিতীয় চিনেমা চাইছিলোঁ জয়মতী কুঁৱৰী' পাঠশালাৰ ধানৰ কলৰ গুদাম ঘৰত। চিনেমা চাই থাকোঁতে কেইগৰাকীমান বুঢীয়ে 'কন্দপাত পৰা, নাৰকী তই আহিটুক এনাম

শাস্তি দিবা পাৰ না। তয়ো নৰকত ভুগি মৰিবি” বুলি গাঠি হাজৰিকাক শাও দিছিল।

কথাৰ যাদুৱে বুঢ়া বন্ধু হৈ পৰিল। “মোক ‘ককা’ বুলি মাতিবা। ও নহয় নহয়, ‘আতা’ বুলিবা।” এনেতে চাহ মিঠাই টেবুলত দি গ’ল, মই খাওঁ নে নাখাওঁকৈ হেহ নেহ কৰি আছোঁ। বুঢ়া আতাই চাহ খাবলৈ কোৱাতো খোৱা নাই। দেউতাই আহি ‘চাহ খা, চাহ খা’ বুলি কৈ আকৌ সিটো কোঠালৈ গ’ল। আতাই তপৰাই মাত লগালে, “অ’ এতিয়াহে বুজিলোঁ, নাতি ল’ৰাৰ জাত যাবৰ ভয়। আমি মুচলমান নহওঁ নহয়, গৰীয়াহে। গৰীয়াবো গ, গোঁসাইৰো গ।” তেওঁ চৈয়দ, চৈয়দ চাদুল্লা।

পিছত জনা হওঁতেহে জানিলোঁ যে তেওঁলোক উচ্চ জাতৰ, গোঁসাইৰ জাতৰ।

অহাৰ সময়ত তালপাতৰ সৰু সৰু দৈ কৰি পৰশুৰামৰ কুঠাৰখনৰ আকৃতিৰ নক্সা কৰি বোৱা বিচনী এখন উপহাৰ দিলে। নালটো কুন্দত কটা ৰং-বেৰঙৰ। ‘আতা যাওঁ’ বুলি কৈ বিদায় মাগিলোঁ। মোৰ গালে-মুখে হাত বুলাই ‘নাতি ল’ৰা’ আকৌ আহিবা। বুলি দুৱাৰমুখলৈ আগবঢ়াই দিলে। ৰোহিনী কুমাৰ চৌধুৰীৰ গাড়ীত আমিও আহি ভৰলুমুখ পালোঁ।

### উচ্চ ব্যক্তিত্বৰ সমাহাৰ

পিছত আৰু কেবাবাৰো ৰোহিনী কুমাৰ চৌধুৰীক অতি ঘনিষ্ঠভাৱে লগ পাইছিলোঁ। ১৯৪৭ চনৰ শেষ ভাগত ‘ইণ্ডাষ্ট্ৰিয়েল টুৰ’ত বোম্বাইলৈ গৈছিলোঁ। যেদিন ড্ৰাইভত আমি তিনি বন্ধুৱে এনেয়ে আবেলি তহল দি আছোঁ। হঠাতে মোৰ নাম কাঢ়ি কোনোবা এজনে মতা যেন পালোঁ। ঘূৰি চাই দেখোঁ বৰপেটাৰ চক্ৰপাণি দাস। তেতিয়া তেখেত ৰোহিনী চৌধুৰীৰ সচিব। মানুহজন পাবনা কলেজত পদাৰ্থ বিজ্ঞানৰ অধ্যাপক আছিল। তীক্ষ্ণ বুদ্ধিৰ লোক। নজনা কথা নাই। তেখেতে চন্দ্ৰগ্ৰহণ আৰু সূৰ্যগ্ৰহণ কেনেকৈ হয় তাৰো এটি যন্ত্ৰ আবিষ্কাৰ কৰিছিল। আমি কলিকতাত পঢ়ি থকা অৱস্থাতে সেইটোৰ বিষয়ে কলিকতাত থকা বৰপেটাৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন ইঞ্জিনিয়াৰ গুৰুপ্ৰসাদ দাসৰ লগতো আলোচনা কৰিছিল তাৰ ‘পেটেন্ট’ কৰা সম্পৰ্কে। পিছত কি হ’ল নাজানিলোঁ। পিছলৈ চাকৰি এৰি দি ‘সৎসংগ’ পন্থত ঋত্বিক হৈ মুখ্য প্ৰচাৰক হ’ল।

মাত শুনিয়ে তেওঁৰ ওচৰ চাপিলোঁ। মোৰ আন বন্ধু হ’ল এজন মধ্য প্ৰদেশৰ কাটনি চিমেন্ট কাৰখানাৰ জেনেৰেল মেনেজাৰৰ ল’ৰা নিখিলৰঞ্জন লোধ। পূৰ্ববংগৰ

লোক হলেও কাটনিতেই স্থায়ী বাসিন্দা হ'ল। আনজন হ'ল মদনপুৰ ষ্টেটৰ দ্বিতীয় ৰাজকুমাৰ কৃষ্ণ সাহাই মাথুৰ। তেওঁলোকো লক্ষ্ণৌৰ বাসিন্দা হ'ল। তেখেত ক'ত আছে বুলি সোধাত ক'লে, "এ নকৰা দিয়া, এক মহাভাৰত। বৰ্তমান তাজমহল হোটেলত।"

এক সময়ত এই তাজমহল হোটেলত জৱহৰলাল নেহৰুকো থাকিবলৈ দিয়া নাছিল হেনো। এনেহেন হোটেলত থাকিবলৈ লোৱাত আচৰিত হৈছিলোঁ। আনহাতে গৌৰবো বোধ কৰিছিলোঁ।

ৰোহিনী কুমাৰ চৌধুৰীৰ দুই পুত্ৰ বিলাতলৈ যাব। তেওঁলোকক 'চি অফ' কৰিবলৈ গৈছে সপৰিয়ালে। আগতেই দিল্লীৰপৰা তাজমহল হোটেললৈ টেলিগ্ৰাম যোগে খবৰ পঠাইছিল তেওঁলোক থকাৰ বাবে আৰু সেইদিনাৰ 'লাঞ্চ'ৰো যোগাৰ ৰাখিবলৈ। দুৰ্ভাগ্যবশতঃ বোম্বাই পাওঁতে নিৰ্দিষ্ট সময় পাৰ হৈ গৈছিল। পোনে পোনেই তাজমহল হোটেললৈ গ'ল যদিও, গৈ দেখে তেওঁলোকৰ বাবে ৰুম সংৰক্ষণ কৰি থোৱা নাই। তেখেতে 'লাঞ্চ'ৰ কথা সোধাত 'লাঞ্চ টাইম পাৰ হৈ গৈছে। আমি দুঃখি' বুলি উত্তৰ আহিল। চৌধুৰীয়ে বিনয়ীভাৱে টেলিফোন কৰাৰ অনুমতি লৈ বোম্বাইৰ মুখ্যমন্ত্ৰীলৈ ফোন কৰিলে। তেতিয়া মুখ্যমন্ত্ৰী আছিল বি জি খেৰ। তেখেতে কেৱল তেওঁলোকৰ চাৰ্কিট হাউচ বা তেনে কোনোবা ঠাইত থকাৰ সুবিধা বিচাৰিলে। সেই সময়ত মুখ্যমন্ত্ৰী নাছিল। ৰাজ্যপাল আছিল মহাৰাজ সিং। তেওঁলৈও ফোন কৰিলে। ৰাজ্যপালে লগে লগে মুখ্যমন্ত্ৰীৰ দপ্তৰৰ লগত যোগাযোগ কৰিলে। মুখ্যমন্ত্ৰী নিজেই তাজমহল হোটেললৈ আহি হোটেল কৰ্তৃপক্ষৰ লগত তোলপাৰ লগাই দিলে। কথাটো বৰ দলৈ গ'ল। শেষত চৌধুৰী পৰিয়ালক সাত দিন ধৰি তাজমহল হোটেলৰ অতিথি হিচাপে ৰাখিলে। চৌধুৰীদেৱেও 'অসমৰ সিংহ পুৰুষ' নামটো জাহিৰ কৰাৰ ছল পালে। বোম্বাইৰ বিখ্যাত বিখ্যাত লোকসকলৰ লগতে, বৈদেশিক বাণিজ্যিক প্ৰতিনিধিসকলক, সাংবাদিকক এটি নৈশ ভোজেৰে আপ্যাযনো কৰালে। বোম্বাই চহৰত চৌধুৰীৰ নাম ফাটি ফুটি গ'ল।

'৫০ চনত মই তেতিয়া গুৱাহাটীত নিজ ব্যৱসায় কৰোঁ। ভৰলুমুখৰ চ'কটোতে থাকোঁ। ব্যৱসায়ত ৰবকৈ ফলাব পৰা নাই। কিছু ধাৰ হ'ল, সেয়ে মন-চন বেয়া। এদিন ৰাতিপুৱাতে দেখোঁ, ভৰলুমুখৰ চ'কটোত ৰোহিনী কুমাৰ চৌধুৰী থিয় হৈ আছে। বোধহয় প্ৰাতঃ ভ্ৰমণত ওলাইছিল। মই বাৰাণ্ডাতে বহি আছিলোঁ। মোক হাত বাউল দি মাতিলে। ওচৰ পাওঁতে কান্ধত হাতখন থৈ খা-খবৰ লোৱাৰ লগতে ক'লে, "বজালীৰ চৌধুৰী বংশৰ ল'ৰা হতাশ হৈছে কেলেই? মই তোমাৰ

খবৰ জানো। মোৰ মূৰত যিমানডাল চুলি আছে,হয়তো তাতকৈও বেছি হেজাৰ টকা ধাৰ আছে। ধাৰ নহ'লে ডাঙৰ মানুহ নহয়। ডাঙৰ মানুহ হ'লেহে ধাৰ পায়। তুমিও ডাঙৰ মানুহ। অৱশ্যে ধাৰ পৰিশোধ কৰাৰ আগ্ৰহ থাকিব লাগে।" তেখেতৰ কথাখিনিয়ে যেন মোৰ বাবে সঞ্জিৱনী হৈ উঠিল।

## মিঞাৰ মাজত অসমীয়া

বৰপেটাখন (বৰপিট) মাজতে টিপটোৰ দৰে, চাৰিওফালে দ খাল-বিল, পিটনি। সেই খাল-বিলবোৰ পানীমেটেকাইহে ছানি পেলালে। পূৰ্ববংগৰ মিঞাসকলে মাটিৰ পট্টন লৈ বৰপেটা ঘেৰি পেলালে। আহোম ৰজাৰ গুৰুবংশ পৰ্বতীয়া গোঁসাইৰ মাটি। পইচাৰ আকলুৱা গোঁসাইৰ বংশধৰসকলে 'ছন ভূঁইৰ কালা, কুবে ধুবে যি পালা' হাতৰ টিপতেই যি পায় তাতেই সন্তুষ্ট হৈ মিঞাসকলক পানীৰ তলৰ মাটিকেই দিলে। মাটিৰ আকলুৱাইতেও খুটি পুতিব পাৰিলেই সোণৰ ফচল ফলাব পাৰিব। পূৰ্ববংগত পানীতেই জন্ম, পানীতেই মৃত্যু। ইয়াত অন্ততঃ খৰালি মাটি গছকিব পাৰিব, মৰাপাট বাওঁধান সিঁচিব পাৰিব।

লাহে লাহে বৰপেটা বজাৰত ঢাকায়াপট্টি পাতিলে। বেঙেনা, জলকীয়া, শাক-পাচলি উভৈনদী কৰি দিলে। অসমীয়া বেপাৰীযে পাট্টা নোপোৱাত পৰিল। ক্ৰমে বৰপেটীয়া বেপাৰীৰ খামী ভাঙিল, আওচেৰিযালৈ গ'ল। টুলুঙীয়া টিনৰ নাও বোজাই কৰি মৰাপাট লৈ যায তাৰাবাৰী ঘাটলৈ। মাতব্বৰে কিনি জাহাজেৰে কলিকতালৈ চালান দিয়ে। মাতব্বৰসকল ধনী হয বাকীবোৰেও পইচাৰ মুখ দেখে। অসমীয়া খেতিয়কে গালি পাৰে– "পাতে গজাৰজাত, ইহঁত নমৰে, আমাক খালে।" কিন্তু তাহাঁতৰ দৰে ভৰদুপৰীযা চেঙা পৰা ৰ'দত ৰঙা পৰি আমাৰবোৰৰ হ'লে কাম কৰাৰ খুম নাই। বৰপেটীয়া একশ্ৰেণীয়ে 'মাটি নাই' 'মাটি নাই' বুলি চিঞৰি হাহাকাৰ লগায়। সৌ সিদিনা বাঘবৰ অঞ্চলত ধৰণী চৌধুৰী মাটিৰ হাকিম হৈ থাকোঁতে বৰপেটীয়া মানুহক মাতি নি নি মাটি দিছিল। বেপাৰী মনৰ বৰপেটীযাই দুপইচা লাভৰ মুখ দেখি মিঞাতেই মাটি বেচিলে। এতিযা এক চিমতা মাটিৰ কাৰণে হা মাটি হা মাটি কৰি কঁপাল ধাকুৰিলে কি হ'ব!

খৰালি পথাৰৰ মাজতে মিঞাসকলে মাটিৰ টিপ বান্ধে। তাত কল ৰোৱে। লাহে লাহে গছ ৰোৱে বাঁহ ৰোৱে। চাংঘৰ সাজে। নাৱৰপৰা চাঙত উঠে। সময়ত চাং ঘৰত চিমেণ্ট সোমায় পকাঘৰ সাজে। ৰ'দত টিনপাত চিকমিকাই উঠে। চেঙা পৰা ৰ'দত ৰঙা হৈও তাহাতে হ'লে কাম কৰিবলৈ নেৰে।

বৰপেটাৰ স্কুললৈ মিঞাৰ চলি আহিলে চেই-চেই লেই-লেই কৰে। কোনোবা দুই-এজনে চৰকাৰী স্কুলত নাম লেখে। পিছলৈ তেওঁলোকেও নিজাকৈ

স্কুল পতাৰ দিহা কৰে। ওচৰ পাজৰৰ চলি আলিৰ কাষতে ৰহে। কোনোবা মৌলবী ঠাঁচৰ মানুহ আহি বঙালীতে অ আ ক খ শিকায়। মাতব্বৰসকলেও এই কামত মদত দিয়ে।

তেতিয়াৰ বৰপেটা লোকেলবোৰ্ডৰ চেয়াৰমেন ধনীৰাম তালুকদাৰ প্ৰতাপী পুৰুষ। দেখান-শুবানত আচল বৰপেটীয়া, ওখ-পাখই ভব্য-গব্য পুৰুষ। চেঙাৰপৰা আহি বৰপেটাতে নিগাজীকৈ বহিছে। হক কথাত বজাক দেউ নোবোলা বিধৰ। আনেও কিবা কথাত জঁট লাগিব পাৰে বুলি ভাবি তেওঁৰ আগত সমীহ কৰি চলে।

আব্দুল ৰৌফ তেতিয়া বৰপেটা কাছাৰীত উকীল। মুচলীম লীগৰো নেতা, চকবাৰো নেতা। আন এজন নেতা হ'ল কৰ্দুচ খাঁ, মাতব্বৰো মাতব্বৰ। কৰ্দুচখাৰ হুকুমত মিঞাসকলে উঠ-বহ কৰে। কিন্তু তেওঁলোক দুয়োজনে ধনীৰাম তালুকদাৰৰ হাতৰ মুঠিৰ মানুহ। তেওঁৰ কথাত বেছি হা-না কৰিব নোৱাৰে। এদিন সদল-বলে ৰৌফ চাহাব, কৰ্দুচখাঁ আদি কৰি কেবাজনো আহিল চেয়াৰমেনৰ ওচৰলৈ। আৰ্জি হ'ল, তেওঁলোকৰ কেইখনমান বস্তিৰ প্ৰাথমিক স্কুল লোকেলবোৰ্ডে লব লাগে। চেয়াৰমেনে ক'লে যে প্ৰশাসনিক নিয়ম-নীতি আছে। তাক মানিবই লাগিব। এনেয়ে আমি লব নোৱাৰোঁ, টকা ইমান নাই। যদি অসমীয়া পঢ়োৱাৰ ব্যৱস্থা কৰে, তেনেহ'লে কিবা এটি দিহা উলিয়াব পৰা যাব।

ৰৌফ চাহাব এই বিষযত নাৰাজ। শেষ-মেষ কি মাযেৰ মুখেৰ বোলিও ছাড়তে হবে?" বুলি পথালি দিলে। তালুকদাৰে গজগজাই উঠিল, 'ইয়াতে থাকিবা ইযাতে খাবা আৰু পঢাত হলে 'মায়েৰ ভাষা' লবা। সেইটো ইয়াত হব নোৱাৰে।"

কথাৰ আঁৰ লাগি উঠিল। কৰ্দুচখাঁই তালুকদাৰৰ কথাত হয়ভৰ দিলে যদিও, কুট-চাতুৰিৰ ৰৌফ চাহাবে পেছ লগাইহে এৰিলে। কথা গৈ ওপৰ মহলা পালে– চাদুল্লা চাহাবৰো কাণ চোৱালে।

এক সমযত দেউতা, ৰোহিনী কুমাৰ চৌধুৰী ধনীৰাম তালুকদাৰকে আদি কৰি কিছু সাহসী ডেকা তৰুণ ফুকনৰ প্ৰিয় শিষ্য আছিল। পাণ্ডু কংগ্ৰেছত ভলেণ্টিয়াৰো আছিল। পাণ্ডু কংগ্ৰেছত কংগ্ৰেছ পতাকাখন তুলিবলৈ টনটনীয়া দীঘল আগে-গুৰে সমান এডাল বাঁহ লাগিবা তেনে কিবা এডাল লাগে। যিমান দীঘল লাগে সেই জোখৰ পোৱা টান। সেই দাযিত্ব পৰিল ৰোহিনী চৌধুৰীৰ মূৰত। চৌধুৰীয়ে দক্ষিণ পাৰৰপৰা বাঁহৰ যোগান ধৰিলে যদিও সেই বাঁহৰ আগলৈকে সিলসিলীয়া চিচা পৰা। আগে গুৰে সমান নহয়। বৰ বিপাঙত পৰিল সেই বাঁহ

নাকচ কৰিলে। চৌধুৰীয়ে উপায় নাপাই তালুকদাৰৰ লগত আলোচনা কৰিলে। কামাখ্যাৰ বাটৰ মুখতে বহুত তামোল গছ আছিল। তালুকদাৰৰ চকুত পৰিল, ততালিকে দীঘল চাই তামোল গছ এডাল কাটি আনিলে। চাচি-চুমকি বং বাঁহি উলিয়ালে, তেতিয়া চকুত লগা হৈ পৰিল। কংগ্ৰেছ মহাসভাৰ মানুহে একো ততকেই ধৰিব নোৱাৰিলে। ফুকন চাহাবে দুয়োকে বখানিলে।

পিছত ফুকন চাহাব কংগ্ৰেছৰপৰা আঁতৰি আহিল। চৌধুৰী আৰু তালুকদাৰেও ফুকনৰ সংগ নেৰিলে।

তালুকদাৰ হেনো হক কথাৰ মানুহ, পেছ ধৰা বিধৰ নাছিল। জিদ ধৰিলে সতকাই এৰি নিদিয়ে। কটন কলেজত পঢ়ি থাকোঁতে হেনো জিদ লাগি ওঠৰ বাটি দালি খাইছিল। এদিন হোষ্টেলত কেইজনমান বন্ধুৰ সৈতে দেওবাৰে খাই-বই উঠি আমেজ কৰি হোকা টানি আছিল। আচম্বিতে হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট আহি ওলাল। বাকীবোৰ ল'ৰা পলাল। তালুকদাৰে হোকা টানিয়ে থাকিল। চাহাব ছুপাৰে সম্মুখত আহি থিয় হলত হোকাটো আঁৰ কৰি লৈ সম্ভ্ৰম দেখুৱাই থিয় দিলে। চাহাবে সুধিলে,"ল'ৰাবোৰ পলাল, তুমি নপলালা কিয়?"

উত্তৰত তেওঁ ক'লে, "মইতো চুৰ কৰা নাই। ধপাত খোৱাটোতো মিছা নহয়, বেয়া হব পাৰে। সিহঁত কাপুৰুষ।"

চাহাবে কথাটো তম্ভি চাই পিঠিত লাহেকৈ থপৰিয়াই আৰু নাখাবা বুলি গুচি গ'ল।

তালুকদাৰ চাদুল্লা চাহাবৰো বৰ প্ৰিয় আছিল। চাদুল্লা চাহাব বৰপেটালৈ আহিল। ইতিমধ্যে ধনীৰাম তালুকদাৰে তেতিয়াৰ বজালীৰ লোকেলবোৰ্ডৰ মেম্বৰ ঘনশ্যাম তালুকদাৰৰ লগত যুক্তি কৰি মিএগ্ৰা বস্তিত অসমীয়া স্কুল পতাটো পকাপকি কৰি লৈছিল। ঘনশ্যাম তালুকদাৰ বজালীৰ নিত্যানন্দৰ কাষৰ মৌৰীপুৰ গাঁৱৰ, কমিউনিষ্ট নেতা নন্দেশ্বৰ তালুকদাৰৰ দেউতাক। ওখই-পাখই ধনীৰাম তালুকদাৰৰ দৰেই মস্ত মানুহ। বঙা পৰা চেহেৰা, চাহাবটো যেন দেখি। কথা কোৱাৰ এটি সুকীয়া ঢং আছে। মেলত বহিলে সতকাই মানুহে উঠি যাব নোৱাৰে। বৰ সুন্দৰ সাধু কৈছিল। মুখতে হাঁহিটো লাগি থাকে। তামোল খাই উঠিলে মুখখন আৰু বঙা হৈ পৰে, সভা শুৱনি মানুহ। তেৰোঁ বুজৰ মানুহ। সেই সময়ত ধনীৰাম তালুকদাৰে সাধুকথা নাইবা কথাৰ সুকীয়া ঠাঁচৰ গল্প শুনিবলৈ কেতিয়াবা কেতিয়াবা আঁচৰ পাতিছিল। তালৈ নিমন্ত্ৰিত হৈছিল বামুণকুছিৰ ভবেন্দ্ৰনাথ শৰ্মা কালজিৰাপাৰাৰ হৰিহৰ মজুমদাৰ মৌৰীপুৰৰ ঘনশ্যাম তালুকদাৰ। ভবেন শৰ্মা মোৰ মাজু ভিনিহিদেউৰ দেউতাক। সংস্কৃত পণ্ডিত ইফালে সাধুৰ কুঁকি। বৰপেটালৈ প্ৰায়ে

খোজ কাঢ়ি গৈছিল। তেতিয়াৰ দিনত গাড়ী মটৰৰ তেনে সু-ব্যৱস্থা নাছিল। খোজকাঢ়ি গ'লে পাঠশালাতেই সাধু আৰম্ভ কৰে। বৰপেটা পায়, কিন্তু সাধু শেষ নহয়। আৰু আহোঁতে সাধু জোৰে ঘৰ পায়, তেতিয়াও সাধুৰ এচিন্তা বৈ যায়। ডাঃ হৰেকৃষ্ণ দাস আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাই বৰ ভাল পাইছিল। মাজে মাজে তেওঁক মাতি নি সাধু শুনিছিল। এদিন সাধু শুনোতে হেনো ৰাতি পুৱাই গ'ল।

হৰিহৰ মজুমদাৰো কথাত চহকী। কালজিৰাপাৰাত বৰ ডাঙৰ দোকান আছিল। তেতিয়াৰ দিনৰ পাঠশালাৰ গৌৰী লহকৰৰ দোকানৰ লগত সমানে সমানে পাল্লা দিব পৰা বিধৰ। এতিয়াও হৰিহৰৰ দোকান বুলিলে বজালীৰ পুৰণি চামে জানে।

ধনীৰাম তালুকদাৰে চাদুল্লা চাহাবক ঘৰৰ কাষতে পাই কথাটো কাণ চোৱালে। বৌফ চাহাবৰ পথালি দিয়া কথা শুনি চাদুল্লা চাহাবে লাহেকৈ ক'লে, "হেৰা এইবোৰ কথাওনো মই কব লাগেনে? যি কৰিছা ভালেই কৰিছা।"

তাতেই কথাৰ যাতা থলে।

দুই তালুকদাৰকে ধৰি আৰু কেইজনমানে যুক্তি কৰি মাতব্বৰ কেইজনমানৰ লগত চুক্তিও কৰিলে। কেইখনমান স্কুল লোৱা হ'ল। বিপক্ষ দলে হৈ-চৈ লগাই দিলে,— 'বোলে অসমীয়াৰ স্কুল নলৈ মিঞাৰ স্কুলহে ল'লে।'

চেয়াৰমেনে উত্তৰ দিলে, "সিহঁতে পট্টন পাইছে যেতিয়া উচ্ছেদ কৰিব নোৱাৰিব। তাহাঁতক আপোন কৰি অসমীয়া কৰিহে লব লাগিব। নহলে পিছলৈ বুজিব, কি হব পাৰে।"

এই চেলু লৈয়ে পিছলৈ কিন্তু সেই বিপক্ষ দলৰ নেতাসকলেই মিঞাসকলৰ লগত মিতিৰ পাতিলে, ভোটটো হাতছাড়া নহব বুলি। মাটিৰ পট্টন দিয়াতো হাত বঢ়ালে। তালুকদাৰক এৰুৱাই কৰাৰহে সংকল্প কৰিলে।

আজিহে বুজাজনে তাহানিৰ কথাবোৰ উপলব্ধি কৰিব পাৰিছে, ভোট বিচৰাসকলে নহয়।

## সত্ৰাধিকাৰৰ ঘৰত চাদুল্লাৰ পদাৰ্পণ

বৰপেটালৈ আহিছে যেতিয়া চাৰ চৈয়দ চাদুল্লা চাহাবে বৰপেটা হেন সত্ৰৰ সত্ৰাধিকাৰ মহাপ্ৰভুৰ দৰ্শন পাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সেইমতে প্ৰভুৰ ওচৰলৈ বাৰ্তাও পঠোৱা হ'ল। প্ৰভুৱে হৰিৰ মনেৰে আহ্বান জনালে,— এনেহেন নেতা পুৰুষ আহিব, বৰ গৌৰৱৰ কথা!

নেতৃস্থানীয় মানুহ কেইগৰাকীমানৰ লগত এদিন আবেলি পৰত চাৰ চৈয়দ চাদুল্লা চাহাব বৰপেটাসত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীচতুৰ্ভুজ দেৱমিশ্ৰ প্ৰভুৰ দৰ্শন লভিবলৈ

পালাংদিহাটীৰ তেখেতৰ হাউলিলৈ বুলি খোজ পেলালে। পালি-প্ৰহৰীসকলে আগধৰিয়ে আহি প্ৰভুৰ বাটঘৰাত ভিৰ কৰিছিল। যথাৰীতি বাটচ'ৰাৰ দুৱাৰ মুখৰ দুবৰিৰ ওপৰতে জোতা থৈ মেলচ'ৰালৈ আগবাঢ়িল। প্ৰভুৱে বহা পাটিৰপৰা উঠি দুৱাৰমুখলৈ আহি আৱাহন জনালে। প্ৰভুৰ মূৰত বগা পাগুৰি, গাত পাটৰ চেলেং। চাদুল্লা চাহাবৰো পিন্ধনত ধকধকীয়া বগা ধুতি, পাঞ্জাবী চোলা, গলত পাটৰ চাদৰ। দুইজনৰে পকা ডালিমটো যেন গাৰ বৰণ। দুই মহান পুৰুষৰ মহা মিলনত এটি সাম্য পৰিবেশৰ সৃষ্টি হ'ল। পাটিত বগা চাদৰ পাৰি থোৱা আছিল। পাটিৰ কাষে কাষে চকিও কেইখনমান সজাই থোৱা হৈছিল। চাদুল্লা চাহাবে গোনেই প্ৰভুৰ সন্মুখতে পাটিত বহি পৰিল। হাতযোৰ কৰি বঁটা এটাত ধুতি-চাদৰ এযোৰ আৰু তাৰ ওপৰত একশ টকা থৈ প্ৰভুক মান ধৰিলে। এধাৰ শুধ বগা ফুলৰ মালাও অৰ্পন কৰিলে। প্ৰভুৱে হৰ্ষচিত্তে গ্ৰহণ কৰিলে।

প্ৰভুয়েও উঠি আটাইকেইজনকে সুগন্ধি চন্দনৰ ফোঁট আৰু এটিকৈ বগা ফুল হাতত দিলে। চাদুল্লা চাহাবক এখন ধুনীয়া ফুলাম গামোচা আৰু এপাহী কেতেকী ফুল দি সন্মান জনালে। মহামিলনৰ অধীৰ আনন্দত যেন কেইপলকমানৰ কাৰণে দুয়োৰে বাক ৰুদ্ধ হৈ গ'ল যেন আনন্দাশ্ৰুহে ওলাব। কেতেকী ফুলৰ গোন্ধে মেলচ'ৰা আমোলমোলাই গ'ল। এনেতে বাহিৰত কোনোবাজনে 'জয় শংকৰ গুৰু কি জয় বুলি হৰিধ্বনি দিলে। দুই পুৰুষৰ ভাব-গতি চিন্তাধাৰা যেন একেটি কুণ্ডতে মিলিত হ'ল। গীতা-ভাগৱতৰ কথা আলোচনা হ'ল। মানৱতাবাদৰ কথাও হ'ল– পথ সুকীয়া হলেও আমি মানুহ এক, একে পথৰ যাত্ৰী।

প্ৰভুৰ ব্যক্তিত্বত উদাৰ মনৰ কথাত চাদুল্লা চাহাব মুগ্ধ হ'ল।

গাইপতি তৰ্চিত ফলমুল প্ৰসাদ দি গ'ল। থাকৰি দিয়া ঢাকোন থকা গিলাচত পানীও দিলে। অলপ পিছতেই ফুলকটা পাণধোৱাত নানা বিধ মিঠাই আৰু বানবাটিত চাহ আহিল। আটায়ে হাঁহিমুখে প্ৰভুৰ প্ৰসাদ গ্ৰহণ কৰিলে। ডাঙৰ বঁটাত গুৱা-পাণ দি গ'ল। বেলি পৰিল। সন্ধিয়াৰ নাম প্ৰসংগৰো সময় হ'ল। আটায়ে নমস্কাৰ জনাই প্ৰভুৰপৰা বিদায় মাগিলে।

শ্ৰীশ্ৰীচতুৰ্ভূজ দেৱমিশ্ৰ প্ৰভুলৈ প্ৰতি বছৰে পহিলা বহাগৰ দিনা সেই মাননি তেখেতৰ জীৱিত কালত চাৰ চৈযদ চাদুল্লা চাহাবে পঠাই আছিল। শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ এনাজৰী অটুত ৰাখিছিল।

ইয়াৰ পিছতো সৌ সিদিনা ফখৰুদ্দিন আলী আহমদেও বৰপেটাৰ সত্ৰাধিকাৰ চন্দ্ৰকান্ত দেৱমিশ্ৰলৈও পহিলা বহাগত সেই একে মাননিযেই আগবঢ়াই আহিছিল।

# ভাচানী চাহাবৰ বেপাৰ

বৰপেটা চহৰখন হ'ল টিপটোৰ দৰে, চাৰিওফালে পিতনি বিল-খাল আৰু নদী। বৰ পিটৰপৰা বৰপেটা নাম পালে বুলি বহুতে কয়। বিলবোৰৰ মাজতেই মৈমনচিঙীয়াৰ বস্তি। সকলো বয়-বস্তু বাহিৰৰপৰাই আহে। বাহিৰৰপৰা আহি বৰপেটাতে নিগাজীকৈ বাস কৰা লোককো বৰপেটীয়াই 'বাজেগঞা' বোলে। বৰপেটীয়াই হলে বজালীৰ বাজেগাঁওলৈ গৈ বেপাৰৰ চুতা কৰি ধাহিধুহি যি পায় তাকে আনে, অহিন কোণত সোমায়। নিৰীহ গাঁৱলীয়া খেতিয়কক সুতলৈ বুলি টকা ধাৰে দিয়ে। মাঘ-ফাগুন মাহত নাও লৈ কালদিয়া নদীৰে উজাই গৈ ধানৰ মোচনত ধাৰৰ টকাত ধান তোলে। সুততেই ধান আহে, মূল বৈয়ে যায়। চক্ৰবৃদ্ধি হাৰত সুত। আকৌ ধাৰ দিয়ে। ধাৰ বাঢ়ি গৈ থাকে, ৰঘুমলা হৈ পৰে। কেতিয়াবা মাটিডৰাও হাতছাড়া হোৱাৰ উপক্ৰম হয়। নিলামত গলে বৰপেটাৰ কাছাৰীতে নীলাম ডাকত টিপতে কিনি ৰাখে। সময়ত বৰপেটীয়া বেপাৰী বজালীত মাটিৰ মালিক হয় আৰু মালিকহঁতেই হয়গৈ তাহাতৰ ৰায়ত।

পাটাছাৰকুছিৰ কালদিয়াৰ ঘাটেৰে এই অঞ্চলৰ ধান মাহ, সৰিযহ, তামোল পাণ, নাৰিকল আদি বাহিৰলৈ যায়। বৰপেটীয়া বেপাৰীৰ এশ মোনী-দুশ মোনী নাও এই ঘাটত লাগে। শই শই গৰু মহঁৰ গাড়ীত ধান বোজাই কৰি পাটাৰঘাট ভৰি পৰে। গাৰোৱানে 'মোৰ ধান আগতে লওক, মোৰ গাড়ী সোনকালে খালাচ কৰক' বুলি আৰতদাৰক খোচামতি কৰে। ধানৰ দৰ তেজী হলেও টিপতে চান কাটি ধান লয়। চেংৰা আকবৰ মেছেৰ, কাজলা বন্দাইঁতে পিঠিত ধানৰ বস্তা লৈ নাৱত তোলে। ধানৰ দৰ তেজী-মন্দা বৰপেটীয়া বেপাৰীৰ হাতৰ কিটিপত থাকে। আৰতদাৰেহে আকবৰহঁতৰ গধূলি পইচা হিচাপ কৰি দিয়ে। আধা ছিংগল চাহৰ কাৰণে মাজতে ফাই-ফৰমাচো খাটে, তথাপি সিহঁতে হাঁহি মুখে গীত গাই গাই কাম কৰে।

বৰপেটাৰ সোণামুখি, চেনিমুখিযে কান্ধত ভাৰ লৈ গাঁৱে গাঁৱে ঘূৰে। মুখিহঁতৰ ভাৰত আই-মাইসকলক লগা প্ৰায় সকলো বস্তু থাকে— বেজী সূতা ঘুনুচা, গোন্ধ তেল, চুচিমালতী, গা ধোৱা গোন্ধ চাবোন, আৰ্চি-ফণি ৰঙা-নীলা ফিটা, লং-জাইফল, পাণমচলা, তানচেন গুলী বাৰ- বাখাৰ ইত্যাদি আনকি এটি

টেকেলিত চুণো। চুণ হলে পইচা লৈও দিয়ে, বাকীবোৰ বস্তু ধানৰ লগত সলায়। লগত এজন লগুৱা-ভাৰী থাকে। সি বস্তু সলাই পোৱা ধান গোটায়। মুখিইঁত আহিলে আই-মাইসকলে উবুৰি খাই পৰে। মুখিইঁতে মাইসকলৰ চাহিদা বুজে। আমাৰ ফালেও কেতিয়াবা আহে। আচলতে অহিন যোগাতহে তাহাঁতৰ বেপাৰ বেছি জমে। মুখিইঁতেও কেতিয়াবা ধাৰত মাল দিয়ে। ধানৰ মোচনত আহিলে ডেৰ গুণ ধান তোলে। বেপাৰ জমে। মুনাফাও বাঢে।

বৰপেটীয়া বেপাৰীয়ে লান্দৰ পাট, টেকীৰ পখলি, জাঁত, হীৰা মাটিৰ সাজ-বাচন আদি আনি পাটাৰঘাটত পোহাৰ মেলে। ধানৰ লগত সলায়। সৰহ নাও নাহিলে ধানৰ দৰ মন্দা হয়। উপায় নাপাই গাৰোৱানে যিহকে পায় তাতেই ধানৰ গাড়ী খালাচ কৰে। ইফালে মিএগ্ৰাৰ মাতব্বৰসকলেও দল বান্ধি জাকেহতি টিনৰ চুঁচিনাও লৈ আহি ঘাটত বান্ধে। ধানৰ আৰতদাৰৰ চকু মেল খায়। গাঁৱে গাঁৱে খবৰ ফৰিং-চিটিকা দিয়ে। লালি নিছিগা গৰু ম'হৰ গাড়ী ঘাটলৈ আহিব ধৰে। ধানৰ দামো তেজী হয়। বৰপেটীয়া বেপাৰীৰ দৰে টিপতে চান কাটি ধান ল্োৱাটো উঠে। ধানৰ মালিকক ধান পাল্লাত উঠাৰ পিছতেই নগদ গণি দিয়ে। আৰতদাৰৰ আৰতো গধূলিলৈকে হিচাপ নিকাচ কৰে। লাহে লাহে বৰপেটীয়া বেপাৰীৰ চাতুৰিও তল পৰে। মিএগ্ৰা বেপাৰীকহে আমাৰ মানুহে ধান দিবলৈ মন কৰে। মিএগ্ৰাইতেও পিছলৈ টিনৰ চুঁচিনাও এৰি দুশমোনী, তিনিশ মোনী নাও লৈ আহে। মিএগ্ৰাইতো বুকুৰ তেজ পানী কৰি খেতি কৰে, ফচলো উভৈনদী হয়, আকৌ ধান কি কৰে? বুজিও বহুতে নুবুজে। লুইতত জেওৰা নাই, চৰকাৰৰো চকুত ছানি পৰে।

এবাৰ এজন ক্ষীণকায় ডড়ীয়া গৰীয়া আবেলি পৰত আহি আমাৰ ঘৰ ওলাল। লগত দুজন কাণ্ডাৰী। পায়জামা পিন্ধা, গাত দীঘল হোলোং চোলা, মুৰত মিহিকৈ বোৱা বেতৰ টুপী। দেউতাক আহি মোগলাই কায়দাত কুৰ্নিছ কৰিলে। চ'ৰাঘৰতে চকী এখনত বহিল। পৰিচয় হোৱাৰ আগতেই চিঠি এখন দিলে। চিঠিখন হাতত লৈয়ে দেউতাই বাহিৰতে থকা কাণ্ডাৰী দুজনকো ভিতৰলৈ মাতিলে। সিহঁত আহিল যদিও বেঞ্চি এখনত একাষৰীয়া হৈ কুচিমুচি বহিল।

চিঠিখন দিছিল পূৰ্ববংগৰ 'টাইগাৰ', এক সময়ৰ বংগদেশৰ প্ৰধানমন্ত্ৰী, হিন্দুস্তান-পাকিস্তান হোৱাৰ পিছত 'এপাৰ বাংলা ওপাৰ বাংলা'ৰ সেঁতু ৰচনা কৰোঁতা ফজলুল হক চাহাবে। হক চাহাব দেউতাৰ বিশেষ পৰিচিত, বন্ধুও। বাংলাদেশৰ মুক্তিযুঁজৰ সময়ত '৭২ চনত ফজলুল হক চাহাবৰ ডাঙৰ ল'ৰাই গুৱাহাটীলৈ আহোঁতে আমাৰ ঘৰলৈ গৈ দেউতাক সেৱা জনাই আহিছিল। পত্ৰবাহক হ'ল

পূৰ্ববংগৰ আৱামী লীগৰ নেতা মৌলানা আব্দুল ভাচানী। তেওঁ পূৰ্ববংগৰ মৈমনসিং জিলাৰ মানুহ হলেও, ধুবুৰীৰ ওচৰত ব্ৰহ্মপুত্ৰৰ চৰত বাস কৰিছিল। সেই চৰ আজিও 'ভাচানীৰ চৰ' নামেৰে খ্যাত। দেউতাক তেও 'ঠাকুৰ' বুলি মাতিছিল। তেওঁ এটেকেলি মাখন আনিছিল। সেইখিনি দেউতাক সম্ভ্ৰম দেখুৱাই নজৰানা দিছিল।

ভাচানী চাহাবে কথাৰ লেচেৰিতে তাহানি দিনৰ কথাবোৰ কৈ কৈ মচগুল হৈ পৰিছিল, আমোদ লভিছিল। হক চাহাব যেনে ৰাজনীতিত বাঘ আছিল খোৱাতো তেনেই চৌখিন আছিল। আধা পোৱা কেঁচা ঘিউ আৰু 'ৰোষ্ট কৰা মুৰ্গী এটি এবাৰতে খাইছিল। মন গলে কেতিয়াবা ভাপত সিজোৱা একোটা পদ্মাৰ ইলিহ মাছ খাই তৃপ্তি লভিছিল। কোপ্তা, কোৰ্মা নানা ধৰণৰ বাদচাহী খানা খাইছিল খুৱাইছিলো। খুৱাযো আনন্দ পাইছিল। ভাচানী চাহাবে কথাবোৰ ৰস লগাই কৈ গৈছিল। আমি থৰ হৈ শুনি অছিলোঁ। চাহ খাই তেওলোকৰ লগতে দেউতাও ওলাই গ'ল।

তেওঁলোকে মহাজনী নাও কেইখনমান লৈ ধান কিনিবলৈ আহিছে। আমাৰ ওচৰ সম্পৰ্কীয় কেইজনমানে ধানৰ দালালী কৰে। কামৰ তদাৰকীৰ কাৰণে প্ৰিয় শৰ্মা নামৰ এজনক ৰাখিছে। তেও কামত চোকা কোনো কামতে হোহকি নগৈছিল। সেযে তেওঁক 'বীৰপুৰুষ' বুলি মাতিছিল। বীৰপুৰুষেই ভাচানী চাহাবৰ আৰতদাৰ হৈ সোঁহাত স্বৰূপ হ'ল। সাতদিনমান ভাচানী চাহাব আৰতদাৰৰ লগতেই লাগি থাকিল। সেই কেইদিনতেই পাটাৰঘাটৰ দাৰোগা বাবুৰ লগতো বন্ধুত্ব পাতিলে। বেপাৰ মজি উঠিল। যোৱাৰ আগদিনা এটি চাহমেলৰ আযোজন কৰি পাটাৰঘাটৰ ভদ্ৰলোকসকলক থানাৰ বাবুসকলক নিমন্ত্ৰণ দিলে। আটাইকে বন্ধুত্বৰ বান্ধেৰে সাঙুৰি পেলালে।

মিঞাসকলৰ কঠাললৈ বৰ হুতাহ। কঠাল খোৱা হেনো পুন্যৰ কথা। আমাৰ ফালে গাঁওবোৰত গছত কঠাল লাগি ওলমি থকা দেখি তেওঁলোকৰ জিভাৰ পানী পৰে। এদিন ভাচানী চাহাবে দেউতাক ক'লে, 'ঠাকুৰ চাহাব, দুই-চাইটা কাঠাল পামু না?'

কঠাল! আমাৰ বাৰীৰ গছৰপৰা পাঁচ-ছয়টামান পাৰি আনি দিলে। তেওঁ কিনিব বিচাৰিছিল। কোনে বেছিব? এনেয়ে গছতে পকি থাকে, কাউৰীয়ে টুঁহি টুঁহি খায়। তথাপি গাঁৱৰ কোনোবা কোনোবাৰপৰা এটকাতে গোন্ধৰ-যোলটামান কিনি এক নাও লৈ গ'ল। আমাৰ যেনেকৈ তীৰ্থ ভ্ৰমণ কৰি আহি তীৰ্থৰ প্ৰসাদ

নির্মালি বিতৰণ কৰে ঠিক তেনেকৈ হজ্জ কৰি আহিলে বা কোনো ডাঙৰ ধৰ্মস্থান ভ্ৰমি আহিলে তেওঁলোকৰ মাজতো কঠাল বা তেনে ধৰণৰ বস্তু বিতৰণ হয়। কঠালৰ বতৰত এমোন ধানত এটি কঠাল সলাই আনি হলেও খাই পুন্য অৰ্জন কৰে। ভাচানী চাহাব মিএগৰ মুখীয়াল, মাতব্বৰো মাতব্বৰ। কৃষক বনুৱাই দেৱতা হেন দেখে। তেওঁ বণিজৰপৰা গলে ওচৰ-চুবুৰীযাই আহি বেৰি ধৰিব, যেন হজ্জ কৰিহে আহিছে। প্ৰত্যেককে হাতত কিবা এধানিমান দিব লাগিব, নহলে মান নাথাকিব। সেয়ে কঠালকেই গোটাইছে- সাপো মৰিব, লাঠিও নাভাঙিব।

সৰুতে জহং গাওতে এটি সাধু শুনিছিলোঁ। এতিযা সাধুটো মনত পৰিলে বৰ মজা লাগে।

তাহানি কালত হেনো আৰ্যসকলে হোম-যজ্ঞ কৰিছিল। যজ্ঞৰ পিছত হৃষ্টপুষ্ট দমৰা মাৰি ভোজ ভাত খাইছিল। খাই-বই মুখুদি কৰি উগাৰ ছাৰি আকৌ যজ্ঞত আহুতি দি দমৰাটোক নাম ধৰি মাতিছিল। তেতিয়া দমৰাটো ক্ৰাণ-মূৰ জোকাৰি চেকুৰ মাৰি ওলাই আহিছিল।

সিদিনাও তেনেকৈ দমৰাটোক মাতিলে। দমৰাটো ওলাই আহিল সঁচা, পিছে লেঙেৰিযাই লেঙেৰিযাই আহিল। পাছ ঠেঙৰ তপিনাত এবখলা মাংস নাই। আটাইবোৰ আৰ্যপুৰুষে হতভম্ব হ'ল হৰিবিৰি চিন্তিলে। প্ৰধান পূজাৰীযে যজ্ঞসূত্ৰ হাতত লৈ অভিশাপ দিবলৈ উত্তেজিত হৈ উঠাৰ লগে লগে এক ডেকা আৰ্যপুত্ৰ দৌৰী আহি দণ্ডৱত হৈ পূজাৰীৰ ভৰিত পৰিল।

আৰ্যপুত্ৰ নৱ বিবাহিত। পত্নীৰ প্ৰেমত অন্ধ মুগ্ধ। পত্নীযে প্ৰেমিক পুৰুষক নিবেদন কৰিলে যে তেৰোঁ সেই যজ্ঞৰ দৰ্শন পাব বিচাৰে। সেই যজ্ঞত স্ত্ৰীৰ প্ৰবেশ নিষেধ। শেষত প্ৰেমিকা পত্নীৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি যজ্ঞৰ প্ৰসাদকে অনাৰ প্ৰতিশ্ৰুতি দিলে

ৰজাৰ দণ্ডত কটা যায়
তিৰীৰ দণ্ডত পান্তা খায়।

সময়ত পত্নীৰ বাবে দমৰাৰ তপিনাৰ এবখলা মাংস কাটি এঠাইত লুকাই থলে। সেই লুকাই থোৱা মাংসখিনিয়েই পিছত কঠাল গছ হৈ জন্ম ললে। সেয়ে কঠাল হেনো যজ্ঞত নালাগে। সেইদিনাৰপৰা আৰ্যসকলেও গোমাংস খাবলৈ এৰিলে।

## অসম-বাংগৰ সেতু বন্ধন

দেউতা পঢ়া কালত হেনো ভাল খেলুৱৈ আছিল। বিজনীৰ ৰাণী অভয়েশ্বৰীৰ জলপানী গ্ৰহণ কৰি অভয়াপুৰীতেই পঢ়া-শুনা কৰিছিল। দেউতাই হেনো আমাৰ

অঞ্চলৰ প্ৰথম নহ'লেও পহিলা শাৰীৰেই প্ৰবেশিকা পৰীক্ষা পাছ কৰা লোক। সেই সময়ত ৰজাই ৰজাই খেলা হৈছিল। দেউতাই বিজনী ৰজাৰ টীমত খেলিছিল। এবাৰ বিজনীৰ ৰজা আৰু কোচবেহাৰৰ ৰজাৰ টীমৰ মাজত খেলা। আয়োজন বহুল। খেল আৰম্ভ হ'ল। খেলৰ গতিৰ লগে লগে বেণ্ডপাৰ্টিৰ বাজনাও চৰা ঢেমা হব ধৰিলে। খেলৰ উত্তেজনা বাঢ়িল- এই গোল হয় হয়, আৰু নহয়। আক্ৰমণ প্ৰতিৰক্ষা সমানেই চলিছে। খেল শেষ হবলৈ আৰু বেছিপৰ নাই এনেতে বিজনীৰ দলে কোচবেহাৰৰ দলক চকুত ধূলি মৰাৰ দৰে মাৰি অকস্মাতে এটি গোল দিলে। উত্তেজনা বাঢ়িল যদিও খেল তিমানতেই শেষ হ'ল। বিজনী ৰজাৰ টীম জিকিল। দেউতাৰ খেল দেখি কোচবেহাৰৰ ৰজা নৃপেন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰে দেউতাক কামৰূপীয়া বামুণৰ ল'ৰাক- ঘৰুৱা শিক্ষকৰ কাম দি তেওঁৰ টীমত সুমুৱাই ললে। ঢাকাৰ টাউন ক্লাব তেতিয়া গৱৰ্ণৰৰ টীম। এবাৰ কোচবেহাৰৰ টীম আৰু গৱৰ্ণৰৰ টীমৰ মাজত খেল হ'ল ঢাকাত। ৰজাৰ টীম জিকিল। দেউতাৰ খেল দেখি টাউন ক্লাবৰ কৰ্মকৰ্তাসকলে বৰ তাৰিফ কৰিলে আৰু টাউন ক্লাবৰ হৈ কেইখনমান প্ৰদৰ্শনী খেল খেলিবলৈও অনুৰোধ কৰিলে। এবাৰ এখন খেলত আঠুত বৰ বেয়াকৈ দুখ পোৱাত জীৱনলৈ ফুটবল খেলৰপৰা অব্যাহতি ল'লে। কোচবেহাৰৰ ৰজাই আকৌ ক্ৰিকেট টীমত সুমুৱাই ললে। এই খেলৰ সূত্ৰতেই ঢাকাত থাকোঁতে ফজলুল হক চাহাবৰ লগত বন্ধুত্ব গঢ়ি উঠে।

দেউতাৰ শেষ বয়সলৈ খেললৈ বৰ নীচা আছিল। চোৱাৰ হেঁপাহতে গুৱাহাটী টাউন ক্লাবৰ আজীৱন সভ্য হৈছিল।

কোচবেহাৰৰপৰা আহি মাহিলী তিনি টকা দৰমহাত অভয়াপুৰীত শিক্ষকতা কৰিব ধৰিলে। খেলাই-ধূলাই, যাত্ৰা-থিয়েটাৰ, সমজুৱা কামত দেউতা আগহাথা আছিল। আনকি যাত্ৰা-থিয়েটাৰত খুহতীয়া বচন থকা ভাও লৈ দৰ্শকক মোহিত কৰিছিল। তেতিয়া বিজনী ৰজাৰ দেৱান আছিল যতীন নিয়োগী। দেৱান চাহাবে দেউতাৰ কাম-কাজত বৰ সন্তুষ্ট হৈ এদিন মাতি ক'লে, 'বামুনেৰ চাওয়া হইয়া এৰকম কি কৰে থাকবা। কিছু একটা নতুন কাজ কৰ। ছোট খাট দু-একটা কাজ দিতে পাৰি। দুপইচা হাতে আসবে।"

"হয় কৰিম। কেনেকুৱা বা কাম?"

ৰাজবাড়ীৰ সন্মুখৰ পথাৰ হেন বহল চোতালখনত সজ্জন কাটা উভালি চাফ কৰিব লাগে। ৰাজ হাউলিৰ চৌহদৰ বেৰখনো নতুনকৈ দিব লাগে।

চাৰিজনমান কামলা লগাই কেইদিনমানৰ ভিতৰতেই কামখিনি কৰাই দিলে। আনকি ৰাস্তাৰপৰা হাউলিলৈ সোমোৱা বাটৰ মুখতে দুকাষে দুডাল নাগেশ্বৰৰ

পুলিও কই দিলে।

কামত দেৱান বৰ সন্তুষ্ট হ'ল। খৰচৰ হিচাপ এটি লিখি দিব কলে। নিজৰ মজুৰি ধৰি সৰ্বমুঠ তিনি টকাৰ 'বিল এখন দিলে। দেৱানে সেইখন পাই হাঁহিব ধৰিলে। সেইখন সলাই পাঁচ টকা লিখি দিলে। দেউতাই যিমানে কয় যে আচলতে দু টকামান খৰচ হৈছে। নিজৰ মজুৰি ধৰাৰ উপৰিও এটকা লাভ থাকিবই। দেৱানে হাঁহি হাঁহি ক'লে, বাকী টাকা ব্যবসায় শেখাৰ জন্য।

দেউতাই কি মাতিব!

আকৌ এদিন কাঠৰ আচবাব-পত্ৰ ধুবুৰীৰপৰা ঢাকালৈ জাহাজেৰে পঠোৱাৰ কথা কলে। দেউতাই সম্মতি জনোৱাত এদিন কেইখনমান গৰুগাড়ীত বোজাই দি ধুবুৰীলৈ পঠাই দিলে। ধুবুৰীতহে জাহাজঘাট। তেতিয়াৰ দিনত প্ৰায়বোৰ মাল জাহাজেৰে আহিছিল, গৈছিলো। পিছদিনা মাল পঠাবলৈ বুলি দেউতাক একশ টকা দিলে। লগত এজন কাণ্ডাৰীও গ'ল। সেইদিনত একশ টকা লৈ যোৱাটো অলপ ভয়ৰ কথা আছিল। দুয়ো টমটম গাড়ীৰে ধুবুৰীলৈ গ'ল।

আৰ এছ এন কোম্পানীৰ জাহাজ। দেৱান চাহাবে জাহাজ কোম্পানীৰ বড বাবুলৈ চিঠি এখনো দিলে। বড বাবুৰ যহতে নামমাত্ৰ পইচাতে জাহাজ কোম্পানীৰ অতিথিশালাত থকাৰ সুবিধা পালে। সেই অতিথিশালাত পিয়াৰচন কোম্পানীৰ এজন এজেণ্টো আছিল। পিয়াৰচন কোম্পানীযে ঢাকা নাৰায়ণগঞ্জ কলিকতাৰ জুট মিলবোৰলৈ মৰাপাট যোগান ধৰে। এজেণ্টজনৰ লগত দেউতাৰ পৰিচয় হ'ল। মৰাপাট যোগানৰ কাম যাচিলে। আনকি চাপটগ্ৰাম, গৌৰীপুৰ ধুবুৰী অঞ্চলত মৰাপাটৰ গাঁথ বন্ধাৰ সুবিধা কৰিও দিম বুলি কলে।

দেউতা ৰাজি হ'ল। মাল-বস্তু পঠাই দেৱান চাহাবক সকলো কথা বিবৰি কোৱাত তেখেত আনন্দিত হ'ল। দেৱানৰ আচল ঘৰ ঢাকাত। ঢাকালৈ গলে তেখেতৰ ঘৰতেই থাকিব পাৰিব বুলিও ক'লে।

চাপটগ্ৰাম ৰেল ষ্টেচনৰ সম্মুখতে বহুত মাটি লৈ মৰাপাটৰ গুদাম সাজিলে। তাৰ কাষতে নিজৰ থকা ঘৰো সাজিলে। চাপটগ্ৰাম মাইনৰ স্কুলৰ হেডমাষ্টৰ আছিল দেবেন দে। তেৱোঁ ঢাকাৰ লোক। দেউতাক নিজৰ ভাতৃসম জ্ঞান কৰিছিল। সকলো সময়তে উৎসাহ দান কৰিছিল। শেষ কাললৈ সেই ভাতৃত্বৰ বান্ধ কটকটীয়া আছিল। পিছত আবুই 'বঙালৰ দেশ'লৈ নাযাবলৈ বুলি মৰধেং জুৰিলে। সেই সম্পত্তি এৰি দি ১৯২৩ চনত স্বগৃহলৈ, বজালীলৈ ঘূৰি আহিল।

মৰাপাটৰ ব্যৱসায় ঠন ধৰি উঠিল। পিয়াৰচন কোম্পানীৰ মালিক আছিল এজনী পাৰ্চী মহিলা। হেড অফিচ কলিকতাত, শাখা অফিচ ঢাকা আৰু নাৰায়ণগঞ্জত। পিয়াৰচন কোম্পানীৰ মালিক মহিলাই দেউতাৰ কামত সন্তুষ্ট হৈ ঢাকালৈ মাতি পঠালে। অসমৰ লগতে পূৰ্ববংগৰ কাম-কাজবোৰৰ তদাৰকী কৰাতো নিয়োগ কৰিলে। সেই সূত্ৰে পূৰ্ববংগৰ গ্ৰামে-গঞ্জে ব্যৱসায় সূত্ৰত ঘূৰি ফুৰিছিল। সেই সময়ৰ প্ৰায়বোৰ নেতৃস্থানীয় লোক জমিদাৰ বা বিশিষ্ট ব্যক্তিৰ লগত নানা সময়ত নানা পৰিস্থিতিত পৰিচয় হৈছিল। বাংলাদেশৰ মুক্তিযুদ্ধৰ সময়ত তেতিয়া পূবপাকিস্তানৰ নেতাসকলে কলিকতাত ৮নং থিয়েটাৰ ৰোডত (শ্বেক্সপীয়েৰ সৰণি) শিবিৰ পাতিছিল। সেই সময়ত আব্দুল ভাচানী চাহাবক দেখা কৰিবলৈ যাওঁতে তাত কেবাজনো দেউতাৰ পৰিচিত লোক ওলাল। কৰ্ণেল ওচমানি চাহাব তেতিয়া বাংলাদেশ মুক্তিযুঁজাৰুৰ সেনাধ্যক্ষ। তেও মোৰ লগত অসমীয়াতে কথা পাতিছিল। তেও হেনো গুৱাহাটী কটন কলেজিয়েট স্কুলৰপৰা পাছ কৰা। তেতিয়া কলেজিয়েট স্কুলৰ হেডমাষ্টৰ আছিল ৰমণী বৰুৱা। বগুৰাৰ জমিদাৰ পৰিয়ালৰ এজনকো পাইছিলো। দেউতাৰ বিশেষ পৰিচিত। ভাওৱেল ষ্টেটৰ ৰাজবংশৰ এজনো তাত আছিল। তেও দেউতাৰ খেলৰ কথা ব্যৱসায় সংক্ৰান্তত গৈ তেওলোকৰ তাত থকা কথা কৈছিল। সৰুতে অৱশ্যে দেউতাই 'ভাওৱেল সন্ন্যাসীৰ কেছ'ৰ কথা সাধু হিচাপে আমাক জহ গাওঁতে কৈছিল। সেই সময়ত 'ভাওৱেল সন্ন্যাসীৰ কেছ'টোৱে সমগ্ৰ ভাৰততে আলোড়নৰ সৃষ্টি কৰিছিল। সেই কাহিনীটো পিছত চিনেমাত দেখিছিলোঁ। পূবপাকিস্তানৰ বিখ্যাত কমিউনিষ্ট নেতা ফণি মজুমদাৰৰ লগত মই কলেজত পঢ়া কালতে এটি বিশেষ যোগসূত্ৰত পৰিচয় হৈছিল।

তেতিয়াৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন কমিউনিষ্ট নেতা এম এন ৰয় ৰেডিকেল ডেমক্ৰেটিক পাৰ্টি' নাম দি ১৫নং বংকিম চেটাৰ্জী ষ্ট্ৰীটত (বৰ্তমান ৰূপা এণ্ড কোম্পানীৰ গাতে লগা) কাৰ্যালয় পাতিছিল। চাবেকী নাম নৰেন্দ্ৰ নাথ ভট্টাচাৰ্যটো গাব দি থৈ ৰাজনৈতিক পোছাকী নাম মানবেন্দ্ৰনাথ ৰয় ললে। পশ্চিমীয়া ঢঙত এম এন ৰয় বুলিহে প্ৰখ্যাত হ'ল, চাতি ফুটি গ'ল।

মোৰ সহপাঠী জীৱনসখা দাস ঢাকাৰ লোক। দাস ছাত্ৰ ফেডাৰেচনৰ সক্ৰিয় সভ্য আৰু কমিউনিষ্ট পাৰ্টিৰো কৰ্মী বুলি পিছত জানিছিলোঁ। তেওঁৰ লগত বন্ধুত্ব গঢ়ি উঠিল। মাজে সময়ে কিবাকিবি কিতাপ পঢ়িবলৈ দিয়ে। মোৰ পঢ়াটো উপৰুৱা ধৰণৰহে। ৰাজনীতিৰ কথাবোৰ মগজুত নোসোমায়। ৰাজনীতিতকৈ

ৰাজনীতি কৰা নেতাসকলৰ বিষয়েহে পঢ়াৰ হেঁপাহ বাঢ়িল। সেইমতে ৰাজনীতিক সকলৰ বিষয়েহে কিতাপ কিনি হ'লেও পঢ়িবলৈ ধৰিলোঁ। দাসে সময় সুবিধামতে ইফালে সিফালে সৰু সুৰা আলোচনা সভালৈও মোক লৈ যায়। তেতিয়া কিন্তু 'কমিউনিজম' সম্পৰ্কে মোৰ ধাৰণা একেবাৰেই নাই বুলিলেই হয়। গৌৰীশংকৰ ভট্টাচাৰ্যৰ লিখা 'কমিউনিজম' নামৰ সৰু পুস্তিকা এখন পঢ়িছিলোঁ যদিও, একো বুজা নাছিলোঁ।

এবাৰ নলবাৰীৰ কমিউনিষ্ট নেতা তৰুণসেন ডেকা, হৰেণ কলিতা আহি আমাৰ হোষ্টেলত আছিল। সেই সময়ত তেওলোক বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় কৰ্মী। এদিন হঠাৎ কমিউনিষ্ট নেতা ফণি বৰাও আহি ওলাল। আমাৰ হোষ্টেলত দেবেন কলিতা থাকে। দেবেন কলিতাক সম্ভ্ৰম কৰি আটায়ে 'দেবেনদা' বুলি মাতে। তেৰোঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ কৰ্মী। জেলৰপৰা ওলায়ে কলিকতাৰ কলেজত নাম লগালে। আমাৰ হোষ্টেলতে 'গেষ্ট' হৈ আছে। তৰুণসেন ডেকা মোৰ গেষ্ট। বেমাৰ হৈ তেও প্ৰায় এমাহমান থাকিব লগা হ'ল। দেবেনদাই মাজে মাজে 'ইজম' সম্বন্ধে কয়। আটাইবোৰে হু-হুকৈ হুকাৰ ধৰে মূৰ দুপিয়ায়, বুজে। মইহে একো নুবুজোঁ। তেওঁৰ কৰ্ম পদ্ধতি সলালেও দেবেন দা কিন্তু আজিও আমাৰ 'দেবেন দা' হৈয়ে আছে।

জীৱনসখা দাস মোৰ বন্ধু হিচাপে কেতিয়াবা আমাৰ হোষ্টেললৈ আহে। দেবেনদাইতৰ লগতো কথা পাতে। 'ইজম'ৰ কথা ওলালে অলপ চৰাত মাতে। ৰজনী ডেকা মোৰ ৰুমমেট। তেৰোঁ দেবেনদাইতৰ মতৰ অনুগামীহে, কৰ্মী নহয়। পিছলৈ জীৱনসখা দাস আহিলে ৰাজনীতিৰ কথা একেবাৰে নুলিওৱা হ'ল।

জীৱন সখা দাসে এদিন মোক এম এন ৰয়ৰ পাৰ্টিৰ অফিচলৈ লৈ গ'ল। অফিচ ঘৰ পাৰ্টিৰ মেম্বাৰেৰে থাহ খাই আছিল। আনকি কৰিডোৰতো কিছু ডেকা ল'ৰা-ছোৱালী জুম বান্ধি আছিল। আমি ভিতৰত বহাৰ অলপ পিছতেই ৰয় দম্পতী আহি আসনত বহিল। সকলো নিতাল মাৰিলে যেন বেজি এটা মাটিত পৰিলেও গম পোৱা হ'ল। ৰয় মানুহজনৰ বিশেষ ব্যক্তিত্ব আছিল। ঘৈণীয়েক বিদেশী। বিদেশীনি ঘৈণীয়েকে ইমান চিগাৰেট খাইছিল যে তাৰ হিচাপ উলিওৱা টান- এটাৰ পিছত এটাকৈ জ্বলাই আছিল। আমাৰ চকুত কটু লাগিছিল, আমি চকুত চৰম এৰি দি চাই আছিলোঁ। ৰয়ৰ বক্তৃতা কৰাৰ ঢং একেবাৰে সুকীয়া ধৰণৰ, তৎক্ষণাত মানুহৰ মন মুহিব পাৰে। যুক্তিও অকাট্য। এঘণ্টামান পিছত ওলাই আহিয়ে কৰিডোৰত ফণি মজুমদাৰৰ লগত দেখা। দাসে পৰিচয় কৰাই দিলে। তেতিয়াই পূৰ্ববংগত কমিউনিষ্ট নেতা হিচাপে ফণি মজুমদাৰৰ নাম কৃষক-বনুৱাৰ

মাজত বৈ বৈ যোৱা। ফণি মজুমদাৰে মোক আকৌ ভিতৰলৈ লৈ গ'ল। এম এন ৰয়ৰ লগত চিনাকি কৰাই দিলে। শ্ৰীযুত ৰয় অসমৰ বুলি জানি মহঙকৈ কেদাৰ গোস্বামীৰ কথা সুধিলে। মই জানো বুলি ক'লোঁ। আচলতে মই তেওঁৰ বিষয়ে একোৱে জনা নাছিলোঁ। শুনিছিলোঁহে, ডিব্ৰুগড়ৰপৰা কিবা কাগজ এখন উলিয়াইছিল বুলি।

বহুত যুগৰ পিছত বাংলাদেশৰ মুক্তিযুঁজাৰুসকলৰ মাজত ফণি মজুমদাৰক পাই মনতে আনন্দই নধৰা হ'ল। মোক কেই মিনিটমান সাৱট মাৰি ধৰিলে।

দেবেনদা আৰু ৰজনী ডেকাৰ সন্দেহ সত্য হ'ল। জীৱনসখা দাসৰ সংগ এৰিব ক'লে— মানুহজন দুই নম্বৰী যেন লাগে, মানে ইংৰাজ চৰকাৰৰ লেজু বুলি অনুমান কৰে।

বাংলাদেশ স্বাধীন হোৱাৰ পিছত কলিকতাত মৈত্ৰী সম্মিলন হৈছিল। তাতে সাংস্কৃতিক অনুষ্ঠানো হৈছিল। এদিন অবেলি তালৈ গৈছোঁ, তেতিয়া খালেদ চৌধুৰী আৰু আলোকশিল্পী তাপস সেন সাংস্কৃতিক মঞ্চত ব্যস্ত। খালেদ চৌধুৰীয়ে মোক দেখি সাউত কৰে আহি মাতি লৈ গ'ল। ড° কামাল হুচেইন চৌধুৰী চাহাবৰ লগত পৰিচয় কৰাই দি খালেদ চৌধুৰী আকৌ মঞ্চলৈ ফিৰি গ'ল। ড° হুচেইন চৌধুৰী পিছত বাংলাদেশৰ বৈদেশিক মন্ত্ৰী হৈছিল। ড° হুচেইন চাহাবে আথে-বেথে মাতি নি তেওঁলোকৰ অস্থায়ী অতিথিশালাত চাহ খুৱাই বৰ আপোনভাৱে কথা পাতিলে। নতুন বাংলাদেশ চোৱাৰ বাবেও আমন্ত্ৰণ জনালে। পিছত আমাৰ প্ৰকাশিত বাংলাদেশৰ মুক্তিযুঁজৰ ওপৰত ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই লিখা 'কবৰ আৰু ফুল'খন ড° হুছেইন চৌধুৰী চাহাবলৈ পঠাই দিছিলোঁ। বৰ প্ৰশংসা কৰি চিঠি এখন দিছিল। আনকি বঙালীত অনুবাদ কৰাৰ বাবেও অনুৰোধ কৰিছিল।

খালেদ চৌধুৰী বাংলাদেশৰ লোক। কলিকতাত শম্ভুমিত্ৰ আৰু তৃপ্তি মিত্ৰৰ 'বহুৰূপী' সংস্থাৰ অন্যতম শিল্পী। তেওঁ বেহেলাবাদক, চিত্ৰশিল্পী, মঞ্চ কাৰুশিল্পীও। চিত্ৰবিদ্যাৰ প্ৰথম পাঠ হেনো অসমৰ বিখ্যাত শিল্পী হেমন্ত মিশ্ৰৰপৰাই লৈছিল। ড° হুচেইন চৌধুৰী চাহাবৰ বাল্যবন্ধু। কলিকতাত পাৰ্ক চাৰ্কাছত হেমন্ত মিশ্ৰৰ লগত বহুত দিন একেলগে আছিল। তেনে সূত্ৰতেই খালেদ চৌধুৰীৰ লগত পৰিচয়। বাংলাদেশ মুক্তিযুঁজাৰুৰ শিবিৰত মোক মাজে সময়ে দেখি খালেদ চৌধুৰী আৰু আপোন হৈ পৰে।

# আমাৰ সমাজৰ পকতীয়াসমূহ

পাটাছাৰকুছিৰ গাতে লগা চাক্‌লা গাঁওখন। আমাৰ মামাথেৰ গাঁও। পাটাছাৰকুছি (পাট-ছাহ-কোঠি) চাক্‌লা পৰগণাত। কালক্ৰমত চাক্‌লা পৰগণা গুটি চাক্‌লা গাঁৱত পৰিণত হ'ল (চাক্‌লা= পৰগণা, ফাঃ) পাটাছাৰকুছিৰ অকণমান পশ্চিমে গোঁহাইকমল আলিৰপৰা উত্তৰলৈ এটি গাঁৱলীয়া ৰাস্তা গৈছে। অলপ দূৰ গৈয়ে সোঁফালে আৰু এটি বাটৰ ফেৰেঙণি ওলাই পূবলৈ গৈছে। সেই চোকটোতে গাঁৱৰ গোসাঁই ঘৰটো। তাৰেই আশে পাশে কেইঘৰমান গোসাঁইঘৰৰ দেউৰী, ভঁৰালী আছে। পূবৰ বাটটোত আটাইবোৰ বামুণ পৰিয়াল। উত্তৰলৈ কেইখোজমান গলেই গৰীয়া গাঁও। আটাইবোৰ দাদা-খুৰা-জেঠা-আতা বুলি একগোট হৈ আজিও আছে।

গুৰুৰ তিথিত, বহাগৰ দ'মাহিত, মাঘৰ দ'মাহিত গোঁসাই ঘৰৰ চোতাল চঁচা, বেৰা দিয়া সকলো কাম আকবৰ, মহিম মেছেৰহঁতে কৰে। গোঁসাই ঘৰৰ কেঁচা ভেটিৰ কাথিখনো নমাটি আনি বান্ধি নমুৱা কৰি দিয়ে। ৰাতি ৰাজহুৱা নাম, সেয়ে দিনতে বাঁহ কাটি চায়মনা সাজি দিয়ে। গুৰু তিথিৰ দিনা যজ্ঞ হয়, ভোগ হয়। আটায়ে ভোগ প্ৰসাদ খায়। ৰাতি তিৰী চলি আটায়ে নাম চাবলৈ আহে। পাঠক মাতি নাম ধৰে। থিয় নাম দিয়ে। উৰা পাক মাৰি নাচি নাচি তালৰ বাজনাৰ কেৰামতি দেখুৱায়। আটায়ে টং হৈ চাই থাকে। নামৰ শেষত মাহ-প্ৰসাদ খাই ঘৰাঘৰী যায়। বামুণৰ ঘৰত বিয়া-সবাহ হলেও সেই আকবৰহঁতেই লাগি চাতি কাম কৰি দিয়ে। শ্ৰাদ্ধৰ কলকেইডালো কাটি আনি দিয়ে। আনফালে ঈদৰ সময়ত নাইবা মেছেৰ-মহিমহঁতৰ কাৰবাৰ ঘৰত বিয়া-বাৰু হ'লে বামুণসকলেও সাধ্য অনুপাতে বয়-বস্তু দিয়ে। ঈদৰ সময়ত তাহাঁতৰ খেৰী মচজিদটো চিকণ কৰি তুলিবলৈ বুলি চাঁদা তুলি পইচাও দিয়ে।

আমাৰ মামাথেৰ ঘৰত মাৰৈ পূজা হৈছিল। আমি পুৱাই গা-পা ধুই পূজালৈ যাওঁ। বিয়া-সবাহৰ দৰে মানুহ মাতে, খুৱায়। ওজাপালি মাতে। গাঁৱৰে গৰীয়া চুবাৰ হানিফাহঁতৰ মাৰৈ গোৱা ওজাপালিৰ দল আছিল। তাহাঁতে ধুনীয়া আচকন পিন্ধি, মূৰত টুপী পিন্ধি 'বিবহৰিৰ পদ' গাইছিল। চায়মনাৰ দুয়ো কাষে বয়সীয়ালসকলে ঢৰাত বহি ওজাপালিৰ পদ শুনিছিল। সেই তাহানি দিনৰ গৰীয়াৰ

ওজাপালি আজি নোহোৱা হ'ল। আমাৰবোৰেও লাহে লাহে লাজতে এৰিলে। দুই চাৰিয়ে চোতাল এৰি ষ্টেজ পালে। ধুতি আচকন এৰি লংপেণ্ট হাওৱাইন ছার্ট পিন্ধি সংস্কৃতি ৰক্ষা কৰিব ধৰিলে। সময়ৰ সোঁতত সকলো সলনি হ'ল।

এবাৰ বৰপেটাত কৃষক সন্মিলন হ'ল। মূল সভাৰ সভাপতি আছিল ধনীৰাম তালুকদাৰ আৰু সাংস্কৃতিৰ সভাৰ সভাপতি আছিল বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰী। সন্ধিয়া সাংস্কৃতিক মঞ্চত কেইজনমান ডেকাই লংপেন্ট পিন্ধি কান্ধত নাঙল লৈ নাচি নাচি 'আমি কৃষক, আমি কৃষক' বুলি গান জুৰিলে। সেই অনুষ্ঠানৰ পৰিচালক আছিল হেমাংগ বিশ্বাস। সভাপতিয়ে লংপেন্ট পিন্ধা অসমীয়া কৃষক দেখি জকি উঠিল। হুৰৰ দাহত বেৰক লথিয়াৰ দৰে খঙতে বৰ নোৱাৰি পৰিচালকক মাতি আনি উধাই-মুধাই গালি পাৰিলে। অনুষ্ঠানৰ আৰম্ভণিতেই আঁৰকাপোৰ পৰিল।

আমি এতিয়া সংস্কৃতি নে অপসংস্কৃতিৰ ফালে ঢাপলি মেলিছো, তাৰ সঠিক উত্তৰ দিব কোনে?

চাক্‌লা গাঁৱৰ মুছলমান চুবাটোক 'কাণাগাঁও' বোলে। হয়তো কণা মানুহ বেছি আছিল কাৰণে 'কাণাগাওঁ' হ'ল। অৱশ্যে এটি সাধুও আছে : কাণাগাঁওৰ উত্তৰে আৰু পশ্চিমে 'চিখৰইথাৰ' বিল। শিখা উঠাৰপৰা 'চিখৰইথা হোৱা বুলি অনুমান কৰিলেও (শিখা উল্কা); কিন্তু ভাষাতত্ত্বৰ ফালৰপৰা আৰু ভৌগোলিক পৰিৱেশ চাই এইটো বড়ো ভাষাৰপৰা অহা যেন লাগে। চিখৰইথা মানে গাভৰুৱে (চিখলা) গা ধোৱা ঠাই। চিখৰইথাৰ বিলত সদায় সাজেলি পৰত উল্কা উঠিছিল। সেই বিলত 'ঘৰাপাক' থকা বুলি কয়। এদিন হেনো কণাগাঁওৰ কোনোবাই ৰাতি মাছ মাৰিব গৈছিল। ঘৰাপাকৰ মাছত তাৰ হাত পৰাত ঘৰাপাকে তাক আধা মৰা কৰিলে। আৰু চকু দুটাও কণা কৰি দিলে। তেতিয়াৰেপৰা কণাগাঁও হ'ল। কণাগাঁওৰ পশ্চিমে গোহাইকমল আলিলৈকে বিলৰ লেজু আছে। গোহাইকমল আলিৰ কাষত এটি কুৰ আছে। কুৰটো বৰ দ। সেইখিনিতে আলিত দলং আছে। আজিও কাণাকুটৰ (কাণা কুৰৰ) দলং বুলি কয়। ঘৰাপাকে ৰাতি হ'লে বিলৰপৰা তালৈকে বিচৰণ কৰে। সেয়ে আজিও ৰাতি অকলে কাণাকুটৰ দলং পাৰ হৈ আহিবলৈ সংকোচ বোধ কৰে ঘৰাপাকৰ ভয়ত।

কাণাগাঁওৰ মানুহবোৰ আমাৰ বৰ আপোনজন। ইছলাম ধৰ্মত দীক্ষিত হবৰ প্ৰায় তিনি পীৰিমানহে হ'ল বুলি শুনা যায়। সেই গাঁৱৰে পাইতা, সুঠা গাঁওবুঢ়াইত

বৰ শান্ত। সুঠা গাওঁবুঢ়াৰ ঘৰৰ অৱস্থা তিমান ভাল নাছিল। কোনোমতে চলি আছে। মাক বাইদেউ বুলি মাতিছিল। সেইসূত্রে আমি তেওঁক মামা বুলিছিলোঁ। আমাৰ ঘৰলৈ আহিলে লাউটো-কোমোৰাটো লৈ আহিছিল। মাঘবিহুৰ সময়ত তাহাঁতেও ভেলাঘৰ সাজি তাতে লগভাত খাই পুৱাৰাতি ভেলাঘৰৰ জুই পুৱাইছিল। গৰুৰ শিঙত তেল দি এৰি দিছিল। বিহুৰ দিনা আবেলি সুঠা গাঁওবুঢ়াই বৰাচাউল পেৰা মিঠৈৰে টেকেলি আমাৰ ঘৰলৈ লৈ অহিছিল। আমাৰ ঘৰৰপৰাও গাভাৰ দিয়া পিঠা, নাৰিকলৰ লাৰু তাহাঁতৰ ঘৰলৈ বুলি দি পঠাইছিল।

বহাগৰ দমাহিত দেউতাক গামোচা দি সেৱা কৰিছিল। মায়ো জলপান খুৱাই যোৱাৰ সময়ত ডাঙৰ তেলাচ এখন তাক দিয়া দেখিছিলোঁ। যোৱাৰ সময়ত মা-দেউতাক আঁঠুকাটি সেৱা কৰি গৈছিল।

গাঁওবুঢ়া আহিলে দেউতাৰ লগত বহুত সময় কথা পাতে। দুই পালিমান ঔষধো লৈ যায়। কেতিয়াবা চাহ-পানী খায়ে যায়। দুপৰীয়া যেন হলে দেউতাই ভাত খাই যাবলৈ কয়। যোৱাৰ সময়ত এক-দুই টকা দিয়াও দেখোঁ। গাঁওবুঢ়াৰ ল'ৰা তিনিজন। ডাঙৰজনে মেট্রিকৰ ঘাই চুইছিলহে, পাৰ হব নোৱাৰিলে। দ্বিতীয়জনে বেছি আগুৱাব নোৱাৰি শেষ বয়সত মৌলবী হৈছিল। তৃতীয়জনে মেট্রিকৰ ডেওনা পাৰ হৈ বহুত দিনলৈ ডাঙৰ ককায়েকৰ দোকানতে কাম কৰি পিছলৈ কৃষি বিভাগত সোমাইছিল। প্ৰথমজনৰ নাম মংগল ছাহ। মংলা বুলি সকলোৱে মাতে। ছেৰ উদ্দিন সৰু হলেও কথাই-বতৰাই বাপেকৰ গুণ তাৰ গাত আছিল। তেতিয়াৰ দিনত পাটাছাৰকুছি বামুণ-গোসাই প্ৰধান ঠাই। আন সম্প্ৰদায়ৰ দুই-এজন থাকিলেও মুছলমান নাই। আকবৰহঁতে খৰি আনি চাহ-দোকানত বেচে। ধানৰ মোচনত ধানৰ বস্তা পিঠিত লৈ নাওত খামল দিয়ে। সিহঁতে তেনেকৈয়ে চলে। মংলা ডেকা ল'ৰা, নতুনকৈ দৰ্জী কাম শিকিছে। খলিফাৰ খোলা পাতিবলৈ ধনো নাই, ঠায়ো নাই। চিলাই মেচিনে বা আনে কেনেকৈ?

পাটাছাৰকুছি বজাৰতে আমাৰ এটি সৰু খেৰী ঘৰ অছিল। ঘৰটোৰ দুটা পলি। পোষ্ট অফিচৰ নিজ ঘৰ নথকাত আমাৰ ঘৰটোৰ এটা পলিত বহিব দিলে। জানকী পোষ্ট মাষ্টৰে পোষ্ট অফিচ চলায়, চিঠি বিলি কৰে বুধি পিয়নে। ছবিত দেখা পাওবি মৰা পিয়নটোৰ দৰে হুবহু আছিল বুধি পিয়ন। পোষ্ট অফিচৰ দুৱাৰ মুখতে বেৰত এখন ছবি আঁকি থোৱা আছিল-পিলাই হৈ বৰপেট ওলোৱা, গুকাই-শীণাই যোৱা এজন হোজা মানুহক মহাদেৱে কুইনাইন ঔষধ দিব ধৰিছে। তেতিয়া হেনো পোষ্ট অফিচত কুইনাইন বড়ি বিক্ৰি হৈছিল।

সেই দিনত ছিংগাৰ কোম্পানীত দহ টকা কপ জমা দিলেই চিলাই মেচিন

এটা দিয়ে। আৰু মাহে মাহে পাঁচ টকাকৈ কিস্তি দি থাকিব লাগে যেতিয়ালৈকে টকা পৰিশোধ নহয়। দেউতাৰ পৰামৰ্শমতে মংলাই তেনে চুক্তিতেই এটি মেচিন বন্দবস্ত কৰি আনিলে। দেউতাৰ নিৰ্দেশতে আমাৰ ঘৰটোৰ খালী থকা পলিটোত তাৰ দৰ্জীখানা খুলিলে। বজাৰৰ দুই-চাৰি উচ্চ বংশৰ মানুহৰ মুখত বা-বা-বু-বু আৰম্ভ হ'ল। বোলে চৌধুৰীয়ে আমাৰ সৰ্বনাশ কৰিলে, বেজাতৰ মানুহক ঠাই দিলে। মংলাক দেউতাই নিজৰ ল'ৰাৰ দৰে পাখিৰ আঁৰত ৰখা দি ৰাখিছিল। বাৰ বছৰ কাল সেই দোকান ঘৰতেই বিনা ভাৰাই আছিল। লাহে লাহে দোকানৰ পৰিধি বাঢ়িল। মংলাই দৰ্জীখানাৰ লগতে ঘড়ী, চাইকেল, গ্ৰামোফোন, বেণ্ডপাৰ্টিৰ বাদ্যযন্ত্ৰ, আনকি এই অঞ্চলতে প্ৰথম মাইক আদি কৰি সকলো সম্ভাৰ ৰখা বিৰাট দোকান কৰিলে। চিলাই মেচিনৰ সংখ্যাও বাঢ়িল। মোৰ মাহীৰ ল'ৰা- দাদা এজনে দৰ্জীখানাৰ সহকৰ্মী হ'ল। বছৰত দুবাৰ-তিনিবাৰ কলিকতালৈ যায়। তাৰ দোকানো কলিকতীয়া ষ্টাইলত সজালে। গধূলি পৰত কলৰ গান শুনিবলৈ আহি তাৰ দোকানত ভিৰ কৰিছিল। বিয়া-বাৰুত হেচাক (পেট্ৰমাক্স) লাইট, মাইক ভাৰাত দিয়ে। ছেৰউদ্দিনে চাইকেল, গ্ৰামোফোন ভাল কৰে। তাৰ উপৰি তাৰ নিচা আছিল থিয়েটাৰত অভিনয় কৰা। সাধাৰণ ভাও হলেও একাগ্ৰতা উদ্যম আছিল অসীম। এবাৰ মুনি এজনৰ লগুৱাৰ ভাও লব লগা হোৱাত দিনটো লঘোণে থাকি গধূলি পূজামণ্ডপত সেৱা কৰিহে ষ্টেজত উঠিছিল।

পাটাছাৰকুছিত থিয়েটাৰ কৰিবলৈ তেতিয়া তেনে কোনো সুবিধা নাছিল। কিন্তু অভিনেতাৰ অভাব নাছিল। বজালীত প্ৰথম মাটিৰ হাকিমৰ অফিচ বহিল পাটাছাৰকুছিত। মাটিৰ হাকিম আছিল নগাঁৱৰ চন্দ্ৰমোহন গোস্বামী। তেখেত আছিল গানে-বাজনাই, খেলাই-ধূলাই বৰ পাৰ্গত, সমাজপ্ৰিয়, দৰদীও।

শিক্ষিত ডেকাসকলে 'চেৰিটেবল ক্লাব' নাম দি এটি সংঘ খুলিছিল। কিছু বছৰ পিছত নামটো মনঃপূত নোহোৱাত 'ওৰিয়েণ্টেল ক্লাব' কৰিলে। স্বাধীনতাৰ আগে আগে চাহাবীযানাৰ মোট সলাই 'প্ৰাচ্য সংঘ' হ'ল। তাল মৰা দি থকা সংঘটো মাটিৰ হাকিমে ডেকা দলক হাতত লৈ লাগি চাটি জীপাল কৰিলে। সংঘক সূত্ৰ কৰি থিয়েটাৰৰ সূচনা হ'ল। অভিনেতাৰ অভিনয় দেখি তেওঁ মোহিত হ'ল। থিয়েটাৰৰ সম্মুখৰ 'চিন'খন তেওঁেই দানসূত্ৰে দিলে— শ্ৰীকৃষ্ণই বাঁহী বজাই আছে। তেতিয়াৰপৰাই দুৰ্গাপূজাত এদিন থিয়েটাৰ হবই। থিয়েটাৰৰ দিনা পুৱাবেলাৰপৰাই চাং পতা, ষ্টেজ সজা ফেলন বায়ন, গোপী শৰ্মা, ছেৰউদ্দিনহঁতৰ কাম। ভাত-পানী নাই গধূলিলৈ কোনোমতে ষ্টেজ সাজি উলিয়ায়। লাইট-মাষ্টৰৰ চাৰ্জত থাকে ছেৰউদ্দিন। পিছলৈ অৱশ্যে মোকো তাৰ সহকাৰী কৰি লৈছিল।

হেচোক লাইটত ৰঙা-নীলা কাগজ লগাই গোহ্‌ৰৰ কেনেকৈ দেখুৱাইছিল। দীপাৱলীতো ছেৰউদ্দিন ভায়ে টৰ্চৰ বেটাৰীৰে টৰ্চৰ বাল্ব গোটাই খিতাতে জ্বলা খিতাতে নুমোৱা লাইটৰ বাহাৰ দেখুৱাইছিল তাঁহাতৰ দোকানৰ সন্মুখত।

এদিন ভৰ দুপৰীয়া দেউতাই আহি মংলাৰ দোকানতে অলপ জিৰাইছে। দুপৰীয়া অহা দেখি মংলাই কাষতে থকা চাহ দোকানীক চাহ একাপ দিব ক'লে। চাহ আহিল। তাতে বহি দেউতাই চাহ কাপ খাই ঘৰলৈ গ'ল।

সন্মুখৰ গোঁসাইৰ দোকানৰ চোতালতে বহি সদায় আবেলি পাশা খেলে। সেইদিনাও পাশাৰ আড্ডা বহিল। দেউতা যোৱা দেখি কাৰো মুখত মাত নাই। আটাইৰে মুখ গোমোঠা। পাশাৰ পটিখন পাৰি থোৱা আছে, কাষতে পাশতি তিনিডাল লাং খাই পৰি আছে। হঠাতে গোঁসাই জেঠাই গৰগৰাই উঠিল, "তোৰ জাত-পাত নোহোৱা হ'ল। বেজাতৰ লগত বহি চাহ খাব, আমিবোৰে তোক লৈ কেনেকৈ চলোঁ।"

"আচলতে কথাটো হয়। দাদা, তোমালোকেতো মাৰে পূজা কৰা। পূজাত বলিও দিয়া। লগতে কোমোৰা এটিও বলি দিয়া। বলি দিয়াৰ পিছত কোমোৰাটো কোমোৰা নহৈ আন কিবা হয় নেকি? দাদা, তোমালোকৰ সাতাম পুৰুষীয়া কঠালসাৰৰ খাঁট, চকী, বৰপীৰা আছে নহয়। কেনে লেদলেদ কৰে গইচ। ঘুণে নধৰে। অম্বুবাচীৰ দিনা ধান খেৰেৰে ঘঁহি-মাজি উলিওৱাত কেনে সুন্দৰ ৰং জিল্‌কি উঠে। খাঁটি বস্তুৰ কট্টন নাই। আমাৰ জাতো তেনেই। সৰু জাত হলেহে জাত যাব। ডাঙৰ জাতৰ জাত যাব কেনেকৈ। মই বজেলীয়া চৌধুৰীথেৰ বংশৰ। স্বয়ং ৰামসিংহই আমাৰ বংশৰে কন্দৰ্পেশ্বৰ চৌধুৰীক তেওঁৰ হকে মাত মাতিবলৈ দিল্লীৰ পাটচাহৰ ওচৰ পোৰাইছিল। মই সেই বংশৰে। মোৰ জাত ঠুনুকা নহয়।"

পাশা খেলৰ সংগী ভক্তিৰাম (কলিতা) পণ্ডিত আৰু মহেশ্বৰ (শৰ্মা) ঠিকাদাৰে কথাটো তুলি ধৰিলে, "চৌধুৰীৰ কথা সাণ্ডিত নলৰা, কথা হলে সঁচা। এওঁলোক দুয়ো দেউতাৰ হকে মাত মাতিলে। মেম্বৰ পেহায়ো এওঁলোকৰ কথাতে হয়ভৰ দিলে। বাকীবোৰৰ মুখ চুণ খাৰ কৰা যেন হ'ল।

সেই দিনত বজালী অঞ্চলৰ কালজিৰাপাৰা সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু কাশীচন্দ্ৰ গোস্বামী, চৌধুৰীপাৰাৰ জীওৰাম চৌধুৰী, ডুবিৰ বেচাৰাম বায়ন আৰু বাৰ্জাৰ ফেলন বায়নকে আদি কৰি কেইজনমান আছিল খোলৰ যাদুকৰ। বিয়া-বাৰু, পূজা-সভাত বায়নৰ খোল নহলে নহয়। দুৰ্গাপূজাৰ গোটেই কেইদিন পূজাৰ খোলাতে লাগি থাকে। চায়মনা দিয়া, খিয়েটাৰ কৰা, পূজাৰ খেম্‌খাতনি কৰা সকলোতে বায়ন আছেই। পূজাৰ ভোগৰ বস্তুবিনিও যোগাৰ কৰি দিওঁতে বায়নক লাগে। বায়ন

জাতত নীহ্ কুলীয়া কাৰণে ভোগ খাওঁতে হ'লে একাষৰীয়া হৈ বহে। তেওঁলোক তেনেকৈয়ে চলে। মনত কোনো খেদ নাৰাখে। এদিন বায়ন আমাৰ ঘৰলৈ আহিল। নাতিয়েকৰ হেনো গণনি পাতিছে। চেলু পাই দেউতাই বায়নক ক'লে, "তোমাক জাতত তুলিব লাগে। এই সময়তে তোমালোকৰ গোঁসাইক মাতি এসাজ খুওৱাৰ বন্দবস্ত কৰা। পাৰিলে তোমাৰ ল'ৰাকো শৰণ কৰোৱা।

"গোঁসাইতো আমাৰ ঘৰলৈ নাহিব?'

"কিয়। শৰণ কৰিব পাৰে, শিচৰ ঘৰলৈ আহিব নোৱাৰে? শিচ পুত্ৰতুল্য। তেও নাহিলে আন গোঁসাইত শৰণ লবা। গোঁসাই ৰান্ধি নতুন শিচক পকা ভোগ খুৱাব লাগে। গোঁসাইৰো পুণ্য, শিচৰো পুণ্য। এই বিষয়ে ভাবি চাবা। দৰকাৰ হ'লে সিদিনা ময়ো থাকিম।

বাৰু, এইযোৰা নাৰিকল লৈ যোবা গণনিৰ ঠগিত দিব লাগিব।'

বায়নে দেউতাক 'চধৰি পিতা' বুলি মাতিছিল। সেৱা জনাই বায়ন গুচি গ'ল।

অধ্যাপক জেঠা লক্ষীকান্ত গোস্বামী বৰ সাত্বিক অথচ আনফালে উদাৰনীতিৰ পুৰুষ আছিল। নিজেই সংস্কৃত টোল এখন চলায়। তেও বায়নৰ নিমন্ত্ৰণ হাঁহিমুখে গ্ৰহণ কৰিলে। তেওৰ মতে 'জীৱৰ সৰু বৰ নাই'।

যথা দিনত অধ্যাপকে দুজনমান ছাত্ৰৰ সৈতে বায়নৰ ঘৰত নিমন্ত্ৰণ ৰক্ষা কৰি আহিল। কথাটো চাৰিওফালে ঢোল পিটি গ'ল। এতিয়া কাক এঘৰীয়া কৰে, অধ্যাপক জেঠা গোঁসাই জেঠাইতৰ একে তেজৰে একে নাড়ীতে গঁথা।

আমাৰ এইফালৰ উচ্চবৰ্ণৰ মাজতো কুসংস্কাৰে ঠাঁহ খাই আছিল। এক শিক্ষিত পৰিয়ালৰ এজনে দ্বিতীয় মহাসমৰত গৈছিল। যুদ্ধৰপৰা ফিৰি আহি 'নতুন ভাৰত' গঢ়াত তেৰোঁ খোজ মিলালে। চাৰিওফালে মেল মিটিং কৰি ধ্বনি তুলিলে, 'আমি এক ভাৰতবাসী। 'হম এক হ্যায়,- হিন্দুস্তান হমাৰা হ্যায়।' কিন্তু তেও নিজ ঘৰতেই পাকঘৰৰ মজিয়াত পাত পাৰি ভাত খাব নোৱাৰা হ'ল বেজাতৰ মানুহৰ লগত ইমান দিনে একেলগে খোৱা-মেলা কৰাৰ দোষতে। পিতাকৰ নিৰ্দেশত প্ৰায়চিত্ত হৈহে জাতত উঠিল। প্ৰগতিশীল ডেকা চামে তোবা তোবা কৰিলে যদিও, কাৰো কথা কাণলৈ নগ'ল। সেই পৰিয়াল কিন্তু আজিও সমাজ সেৱাৰ নেতাৰ শাৰীতেই থাকিল, সমাজৰ আগশাৰীত।

ওচৰতে এক উচ্চ শিক্ষিত পৰিয়ালৰ এজন ডাক্তৰৰ বিয়া হৈ গ'ল। বিয়াৰ পিছত বৰ-কইনা অহাত ভোজ পাতিলে। তালৈ ওচৰ-পাজৰৰ প্ৰায়বোৰকে নিমন্ত্ৰণ কৰিলে। সেই সমাজ সেৱক শিক্ষিত পৰিয়ালৰ দুজনমান ল'ৰাও দৰা ডাক্তৰৰ সহপাঠী আছিল। ভোজৰ আয়োজন কৰিছিল ৰাতিলৈ। বৰ আত্মীয়ভাৱে সেই

পৰিয়ালকো নিমন্ত্ৰণ কৰি আহিল। সিদিনা দেউতা আৰু মই নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গৈছোঁ। বাটতে সমাজ সেৱক পৰিয়ালৰ মুখীয়াল ডেকাজনকেই লগ পালোঁ। "কিহে নোযোবা নেকি"– বুলি দেউতাই মাত লগালে।

"যাওঁনো কেনেকৈ? আমাৰ বংশৰ এটি মৰ্যাদা আছে। তাহাঁততো আঁৰ লগা বামুণহে। তাতে খাই আমাৰ জাতত চেকা লগাব নোখোজোঁ। দিনতে গৈ মাত লগাই চাহ মিঠাই খাই আহিলোঁ।

মুখীয়াল ডেকাৰ যুক্তি শুনি দেউতাই খং মুৰাকৈ তপৰাই কৈ উঠিল "অ হয়তো, চাহ খোৱাত জাত নাযায় ভাততহে চুৱা।"

মই মনতে ভাবিলোঁ আপত্তি দৰ্শোৱা তেওঁলোক দেখো আমাৰ বংশৰেই। এই কথাৰ উবা-ভূবা ধৰিব নোৱাৰিলোঁ।

আমি গৈ ৰভাৰ তল পাওঁতেই আথে-বেথে চকী আগবঢাই বহিব দিলে। সেই ঘৰৰে এজন ল'ৰা মোৰ সহপাঠীও আছিল। আন সমনীয়া ল'ৰাৰ লগত গৈ তাৰ পঢা কোঠাতে বহিলোঁ। যথা সময়ত খোৱাৰ আমন্ত্ৰণ আহিল। চোতালত শাৰী পাতি পানী-পীৰা দিছে। পাতে পাতে মানুহ বহিছেই। আমি সমনীয়া কেইজনে একে শাৰীতে বহিছোঁ। এনেতে দৰাৰ ডাঙৰ দাদাকে (মাধ্যমিক স্কুলৰ অধ্যক্ষ) আহি মোক মাতি লৈ গ'ল। পাকঘৰতে আমি দহ-পোন্ধৰজনমানক কাঁহীত ভাত আৰু বাটিত আঞ্জা দিছে। মোৰ ওচৰতে দৰাও বহিল। সমনীয়া বিহীন খানাত আনন্দ উপভোগ কৰিব নোৱাৰিলেও, আতিথেয়তাত অভিভূত হৈছিলোঁ।

পিছলৈ জাতপাতৰ কথা বুজি পোৱা হ'লোঁ। দুই এজন গোঁসাইৰ ল'ৰাই আমাক 'শূদিৰ-বামুণ' বুলি জোকাইছিল। এতিয়া সেই বংশৰে ছোৱালী আঁৰ লগা বামুণৰ ঘৰলৈ দিছে। আমাক জোকোৱা দুই-চাৰিজনে আনকি সমাজ সেৱক পৰিয়ালৰ ল'ৰায়ো দিনতেই ৰাজআলিত ঢলংপলংকৈ খোজকাটি ফুৰে। তেওঁলোকৰ জাতত লগা চেকা তুলিব কিহেৰে। আনহাতে তেনেহেন পৰিয়ালৰে এজন সাহসী ডেকাই আজি আঢৈ কুৰি বছৰ আগতে এটি দুঃসাহসিক কাম কৰি আনৰ চকুত চমক লগাই দিছিল। ডেকা তেতিযা কলেজত সোমাইছেহে। বন্ধুৰ বিয়া কইনা উত্তৰ গুৱাহাটীত। বন্ধু কেইজনমানৰ লগত দলে বলে গুৱাহাটীৰপৰা বৰযাত্ৰী হৈ পোনেই কইনা ঘৰ পালে। তাহাঁতৰ লগত দেউতাও গৈছিল। বৰ আহিব ৰেলেৰে আমিনগাঁওলৈ। তেতিয়াৰ দিনত গাড়ী-ঘোঁৰাৰ তেনে ব্যৱস্থা নাছিল ৰেলেই একমাত্ৰ গতি। ৰেল সময় মতেই আহিল। কিন্তু দৰাতো নাহিলেই, কোনো লেজুও দেখা পোৱা নগ'ল। কইনা পক্ষ বৰ বিপাঙত পৰিল। কথা গুৰুতৰ। ৰাতি দোভাগ হবৰ হ'ল। কইনা ঘৰত হুৱা-দুৱা লাগি পৰিল। ইফালে এইসকল বৰযাত্ৰীৰো মনত শংকা ভয়। বৰ বিবুধিত পৰিল। বামুণৰ ছোৱালী পতিতা হব ভ্ৰষ্টা হব। মানুহৰ আগত মুখ উলিয়াব নোৱাৰা হব। 'কইনা কুমাৰী হৈয়ে ৰব লাগিব।

ৰাতি দোভাগ ভাটি দিলে। মানুহ ঘৰৰ অৱস্থা দেখি ডেকাই ঘপককৈ উঠি দেউতাক সেৱা কৰি ক'লে, 'জেঠা আপুনি সাহস দিলে, আশীৰ্বাদ কৰিলে ময়েই বিয়া কৰাব পাৰোঁ।

হ'ব। দৰকাৰ হলে মোৰ পাঁচটা ল'ৰা-ছোৱালীৰ লগত তোমালোকেও থাকিবা। দেউতাই সাহস দিলে।

বিয়া শেষ হওতে গছে পাতে ৰ'দ ওলাল। অঙহী-বঙহীৰ বহুতে বিপক্ষে গলেও, দেউতাৰ সাহস ৰাইজৰ আশীৰ্বাদত ডেকাৰ বৈবাহিক জীৱন মধুময় শান্তিময় হ'ল।

আমাৰ গুৰু বংশৰ বুঢ়া গোঁসাই স্বৰ্গী হ'ল। তেখেত টিহু-হালধিবাৰীৰ। বৰ সম্মানী ব্যক্তি। আমি কেতিয়াবা টিহুলৈ গলে বৰ মৰম কৰি যা-জলপান খুৱাইহে পঠাইছিল। তেওলোকৰ ঘৰত বিয়া-সবাহ হ'লে মাই গৰুৰ গাড়ীৰে গৈ দুদিন থাকি আহিছিল। এবাৰ মযো মাৰ লগত গৈছিলোঁ। তেখেতৰ সৰু ল'ৰাজন মোৰ লগৰ।

গোঁসাইৰ নিৰ্বান প্ৰাপ্তিৰ বাতৰি পাই মাই কল-কুঁহিযাৰ ফলমূলৰ লগতে হবিচীযাসকলৰ বাবে সিধা এটিও পঠাই দিছিল। পিছত শ্ৰাদ্ধলৈ বুলি কিবাকিবি দান-সামগ্ৰীও পঠাই দিছিল ধনাকাৰ হাতত। দেউতা ঘৰত নাছিল। মই তেতিয়া ক্লাছ ফাইভত পঢ়ো। গুৰুৰ শ্ৰাদ্ধত যাওতা কোনো নাই মোৰো ছয মাহিলী পৰীক্ষা চলি আছে। ভোজ ভাতৰ (মৎস্য স্পৰ্শ) আগদিনা পৰীক্ষা শেষ হ'ল। মযেই সিদিনা যাব লগাত পৰিলোঁ গলোঁও।

দুপৰীযা গৈ পোৱাৰ পিছতেই মোক আদৰ-সাদৰ কৰি ভিতৰলৈ মাতি নি চাহ-জলপান খুৱালে। ঘৰৰ খা-খবৰো ললে। মাই পঠোৱা বস্তুবোৰ যথা সময়ত যথাস্থানত দিয়া হৈছে বুলিও ক'লে। কিছু পিছত খোৱাৰ আমন্ত্ৰণ আহিল। ৰভা দিয়া চোতালত প্ৰায উচ্চ সম্প্ৰদাযৰ মানুহেই বহিছে। কেৱল সম্মুখত অলপ আঁতৰ কৰি এক শাৰী বযসীযা শূদ্ৰিৰ ভকত বহিছে। আটাইবোৰে চোলা খুলি ওদা গাৰেই বহিছে। মৰাৰ পাত ভাত দিযাও হৈ গ'ল। এতিযা 'আগ ভাত খোৱাজন আহি বহিলেই বাকীবোৰে হাত লাৰিব পাৰে। মই নতুন বগা হাফপেন্ট পিন্ধি গৈছিলোঁ। হাফপেন্ট পিন্ধা কাৰণে কোনোবা এজন বামুণ পৰিচাৰকে বামুণীয়া শাৰীৰপৰা মোৰ পাতখন টানি আনি শূদ্ৰিৰ ভকতৰ শাৰী পোৱালে। মোৰ খঙতে চুলিৰ আগে জীউ যেৱা যেন হ'ল। অপমানো বোধ কৰিলোঁ। কান্দি দিবৰ মন গৈছিল। উঠি গুচি আহিব ধৰোঁতেই গোঁসাইৰ ক্ৰিডাধাৰী ডাঙৰ ল'ৰাই দেখা পাই সাউত কৰে আহি এখন নতুন তেলাচ আনি দিলে। হাফপেন্টৰ ওপৰতেই তেলাচখন পিন্ধিহে শাৰীত বহি খাব পাৰিলোঁ। ফিৰিঙি-সেৰুৱা পোছাকে মোক শাৰীচ্যুত কৰিব ধৰিছিল। এতিয়া সেইবোৰ কথা মনত পৰিলে আমোদ লাগে।

# জনজাতিৰ লগত আত্মীয়তা

এক সময়ত গোৱালপাৰা কামৰূপ দৰঙৰ উত্তৰ অঞ্চলটো ভূটীয়া ৰজাৰ শাসনত আছিল। ভূটীয়া ৰজা আৰু কামৰূপৰ ফিঙুৱা ৰজাৰ মাজত মাজে সময়ে কাজিয়া হৈছিল। যুদ্ধ হৈছিল আমাৰ এই বজালী অঞ্চলতেই। বজালী শব্দটোৱেই ভূটীয়া শব্দ– বে (কাজিয়া) জালি (ঠাই)। মুগুৰীয়া গাঁৱত এটা পুখুৰী আছে নাম হ'ল 'পিঠা খাইতি। ভূটীয়া ৰজাই হেনো ইযাৰ পাৰত বহি পিঠা খাইছিল। সেয়ে 'পিঠা খাইতি হ'ল। পাঠশালাৰ গাতে লগা বাং নামৰ গাঁও এখন আছে। বাং মানে বেপাৰ। এই ঠাইতে খৰালি পৰত ভূটীয়াসকলে আহি বেপাৰ কৰিছিল। এতিয়া বাং গাঁওখনহে আছে, বেপাৰ নাই। উত্তৰ অঞ্চলত ভোটগাঁও নামৰ গাঁও এখন আছে। তাত কিন্তু ভূটীয়া মানুহ নাই আছে দাস তালুকদাৰ সিংহ উপাধিধাৰীহে।

নৃতত্ত্বৰ ফালৰপৰা এই অঞ্চলত কিছু সংখ্যক লেপ্চা প্ৰজন্মৰ মানুহ আছিল। পিছত কোম্পানীৰ শাসনলৈ অহাত শিক্ষাৰ পোহৰ পৰিল। কালক্ৰমত কল্প সনাই সিহঁত কছাৰী হ'ল শৰণীয়া হ'ল কোচ হ'ল। পিছত দাস তালুকদাৰ সিংহ উপাধি পালে বা ললে।

মহাৰাণীৰ শাসনৰ আৰম্ভণিতেই পাদুৰী চাহাবসকল আহি অহিন কোণত পিয়াপি দি ফুৰিব ধৰিলে। তেওলোকৰ মানৱ সেৱাৰ ফুচুলনিত পৰি বহুতে খ্ৰীষ্টান ধৰ্মত দীক্ষিত হ'ল। বজালীৰে সিন্ধুৰাম চৌধুৰীয়ে প্ৰথম খ্ৰীষ্টান ধৰ্ম লৈ সিন্ধু চাহাব হ'ল। ইংলণ্ড আমেৰিকা ঘূৰি পাশ্চাত্য শিক্ষা লাভ কৰি আন ঠাইত গৈ শিক্ষকতা কৰি বাহাল তবিয়তে থাকিল। দেশ ছাড় দিব লগা হ'ল ভাই-ভাগীসকলে কাষ নচপাৰ কাৰণে। এবাৰ গাঁওলে আহোঁতে হেনো বাৰীতহে ভাত দিছিল, চেই চেই লেই লেই কৰিছিল। মেলেচ বুলিছিল। তাৰ পিছত আমাৰ মনত পৰাত পাঠশালাৰ ভৰত দাস ধৰ্মান্তৰ হোৱাত তেওক 'ভৰত খ্ৰীষ্টান বুলি মাতিছিল। ভৰত খ্ৰীষ্টান কেতিযাবা আমাৰ ঘৰলৈ আহিলে চ'ৰাঘৰত দেউতাৰ কাষতে বহি চাহ খাই গৈছিল। দেউতাক বৰ সম্মান কৰিছিল।

এবাৰ এটি মজাৰ ঘটনা হ'ল ° আমাৰ গাঁৱৰে পুষ্পকাই 'বজালী হাইস্কুলত (বজালীৰ প্ৰথম হাইস্কুল স্থাপিত ১৯২৬ চন) পঢ়ি থাকোঁতে দেশী পাদৰীৰ

ফুচুলনিত পৰি খ্ৰীষ্টান হবলৈ ওলাল। খ্ৰীষ্টান হ'লে বোলে পঢ়াৰ সুবিধা পাব। চাকৰি পাব। দীঘল ঠেঙা পিন্ধি ফিতাহি মাৰি ফুৰিব পাৰিব। আনকি বিলাতলৈ যোৱাৰো সুবিধা পাব। সি সোণৰ সোলেঙৰ সপোন দেখিছিল। তাৰ ঘৰৰ অৱস্থা ভাল নাছিল কাৰণে খ্ৰীষ্টান হব খুজিছিল। সি পঢ়াত ভালেই আছিল ভাল খেলুৱৈও আছিল। বাইবেলৰ ভাল ভাল কথাবোৰ তাৰ কাণত সুমুৱাই দিছিল।

এদিন ৰঙিয়া নে কৰ'বাৰপৰা দুজন পাদ্ৰী চাহাব আহিল। পাঠশালাৰ ভৰত খ্ৰীষ্টানৰ ঘৰতেই খুটি পুতিছে। পিছদিনা ৰাতিপুৱাই বিচান্নালা জানত গা ধুৱাই খ্ৰীষ্টান কৰাব। ৰাতি দেউতাই কথাটো গম পাই তেতিয়াই চাৰি মাইল দূৰ চাইকেল মাৰি পাঠশালা পালে। পুষ্পকা হোষ্টেলত নাই, উধাও হৈছে। হোষ্টেলৰ সতীৰ্থসকলে বিষণ্ণ মনে বহি আছে, দিশহাৰা নাবিকৰ দৰে। দেউতাক দেখি জীউ পোৱা যেন হ'ল। দেউতাৰ কথাত পতিয়ন গৈ পুষ্পকাক য'ৰৈপৰাই নহওক উদ্ধাৰ কৰাৰ প্ৰতিশ্ৰুতি দিলে। পাদ্ৰীসকলে যাতে পুনৰ ইয়াত খোজ পেলাব নোৱাৰে তাৰো দিহা কৰিব হেনো। দেউতাই কিন্তু তাহাতৰ উন্মত্ততাত হুচিয়াৰী কৰি দি অশালীন ব্যৱহাৰ নকৰিবলৈ দঢ়াই দঢ়াই ক'লে। সৰুপেটাৰ কৃষ্ণ ডেকা তাগজ থকা তাগ্ৰা তজবজীয়া ডেকা। ভাল খেলুৱৈ। সকলো কামতে আগহাথা। কৃষ্ণ ডেকাই এই কামত আগভাগ ললে। ৰাতি পুষ্পকা ক'ত আছিল তাহাতে হদিচ পোৱা নাছিল। পিছদিনা গছে-পাতে ৰ'দ ওলাইছে। এনেতে শিষ্য কেইজনমানৰ সৈতে পাদ্ৰী দুজন আহিল। বলিৰ পাঠাৰ দৰে পুষ্পকাক মাজত লৈ আহিছে। বিচান্নলাৰ পাৰত তেওলোক থিয় হৈছে। পাদ্ৰী চাহাবৰ নিৰ্দেশত তাক পানীৰ যুঁৱলিলৈ লৈ গ'ল। পানীত ডুব মাৰিলেই যেন কাম শেষ। সাউৎ কৰে কৃষ্ণ ডেকাইঁতে দলে বলে গৈ চিলাই থাপ মৰা দি থাপ মাৰি তাক লৈ গুচি গ'ল। যেন চকুত ধূলিহে মাৰিলে কোনেও ততকে ধৰিব নোৱাৰিলে। সতীৰ্থৰ সৈতে পাদ্ৰীসকলে লগতে 'খ্ৰীষ্টান কেনেকৈ হয় তাকে চাব অহা সকলেও নিৰ্বাক হৈ চাই ৰ'ল। বিজুলীৰ চিকমিকনিৰ দৰে থিতাতে ঘটনাটো ঘটি গ'ল। সিহঁতে কিন্তু দেউতাৰ পৰামৰ্শ আখৰে আখৰে পালন কৰিছিল।

পিছত দেউতাই চৰাযে পাখিৰ তলত পোৱালিক ঢাকি ৰখাৰ দৰে পুষ্পকাক ৰাখিছিল, পঢ়ুৱাইছিল। আনকি মেট্ৰিক পাছ কৰাৰ পিছত পুলিচৰ চাকৰিত সুমুৱাই দিছিল। তাত সি দোপতদোপে উন্নতি কৰি দীঘল ঠেঙা পিন্ধি ফিতাহি মাৰিব পৰা হৈছিল। চাকৰিত বহুত কৃতিত্ব দেখুৱাইছিল।

সৌ সিদিনা দেউতাৰ নিৰ্দেশতে আমাৰ খুৰা নৱনাথ গোস্বামীয়ে অহ্পা মুছলপুৰ থমনা অঞ্চলী আদি ঠাইত কছাৰীসকলক শৰণ দি শৰণীয়া কৰিছিল।

দেউতাৰে বন্ধু শিক্ষাবিদ, সমাজ সংস্কাৰক, দূৰদৰ্শী, স্বাধীনতা সংগ্ৰামী দেবেন শাস্ত্ৰীয়ে সৰুপেটাৰ উত্তৰে ভূটানৰ সমীপৱৰ্তী এলাকাত আবাসিক স্কুল 'গিৰিশ বিদ্যাপীঠ' পাতি 'বেছিক' পদ্ধতিত জনজাতিৰ মাজত শিক্ষাৰ পোহৰ বিলাইছিল। লগতে ধৰ্মান্তৰ হব খোজাসকলক সনাতন ধৰ্মৰ মাধ্যমেৰে ভাৰতীয় সংস্কৃতিৰ ভাবধাৰাত পুষ্ট কৰিছিল। জাতি ভেদৰ মূল মাৰিছিল।

সেইবোৰ ঠাইত পাদুৰীসকলে সাময়িকভাৱে ঘাটি পাতিছিল যদিও, খুটি পুতিব নোৱাৰিলে। শেষত গৈ তেওঁলোকে আচল ঘাটি পাতিলে কোকৰাঝাৰ অঞ্চলৰ গৌৰাং নদীৰ পাৰত আৰু আমাৰ ওচৰতে আঠিয়াবাৰীত (বৰপেটা ৰোড)।

আমাৰ গাঁৱৰে গাতে লগা বালিহাজৰি গাঁওখন। এইখন বড়ো মানুহৰ গাঁও। বোধহয়, বালিহাজৰি নামটো আহিল বালি হৰ্জৌ (পাহাৰ)ৰপৰা। একালত এই গাঁওৰ গা ঘেহাই নৈ বৈছিল। মৰা নদীৰ চিন এতিয়াও আছে। বৰভূইকঁপৰ (১৮৯৭) সময়ত বালিৰ পাহাৰ হৈছিল। গতিকে 'বালিহৰ্জৌ'টো দেহাঁনৰ মুখত পৰি বালিহাজৰি হ'ল। গাঁৱৰ মুখ পাততে মৰানদীটো। মৰানদীৰ সিপাৰে আমাৰ অলপ খেতিৰ মাটি আছে। গেণ্ঠে লেত্ৰা বন্দাহতে খেতি কৰে। সিহতেই ধান কাটি মাৰি ভগাই আমাৰ ভাগটো ঘৰত দি যায়। মানুহ কেইঘৰ বৰ সৰল। তাহাঁতৰ ঘৰৰে নাগেশ্বৰ বড়ো হাইস্কুলত পঢ়ে। বৰ ভাল ফুটবল খেলুৱৈ। আমি তাক 'নাগেকা' বুলি মাতোঁ। মেট্ৰিক পৰীক্ষা দিয়াৰ পিছতেই তাৰ বিয়া পাতিলে। বিয়াৰ কেইদিনমান আগতেহে দেউতাই খবৰটো পালে। কথাটো শুনি দেউতাৰ অলপ খঙো উঠিছিল। নাগেকাৰ পিতাকক মাতি পঠালে। এদিন ৰাতিপুৱাতে পিতাক আহি ওলাল।

পিতা হয়তু। নাগে ডাহাৰ হইছি, মেট্ৰিক পছি। কইহ্‌বা দুবাৰ হেচবো ফুলচুৰিত পৰবো। তাকে ভাবি আপী আলে দিবা খুজছু।

এতিয়া আৰু উপায় নাই। তাক ডাঙৰ মানুহ কৰাৰ কথা ভাবিছিলোঁ নহ'ল।

বাৰু বিয়াৰ হেতুৰ মন্তে যি কৰা কৰিবি আমাৰ মতেৰে পুৰোহিত মাতি বিয়াৰ পিছদিনা হ'লেও শিৱ পূজা (বাথৌ পূজা) এভাগ কৰিব লাগিব বৰ কইনাৰ মংগলৰ কাৰণে। মই পুৰোহিত ঠিক কৰি দিম। তোৰ ডাঙৰ ল'ৰা ইফালে স্কুলত পঢ়া। বিয়াখন ভালকৈ পাতিব লাগিব। কিবা কথা থাকিলে মোক জনাবি। বুলি দেউতাই আশ্বাস দিলে।

তেতিয়াৰ দিনত জনজাতিৰ মানুহসকলে উচ্চবৰ্ণৰ মানুহৰ আগত তাহাঁতে নিজে নিজেই অস্পৃশ্য বুলি ভাবে আলাগ বুলি ধৰি লয়। কাৰোবাৰ ঘৰৈল

আহিলেও আগচোতালতেই বহে। পাছ চোতাললৈ যাবলৈ সংকোচবোধ কৰে। আনকি আমাৰ দেহানসকলেও বিশেষ তাগিদা নহ'লে তাহাঁতৰ ঘৰলৈ নাযায়। সিহঁত বৰ সৰল, কোনো ক্ষোভ নাই। এই বান্ধ ভাঙিবলৈ দেউতাই তাহাঁত আহিলে আমাৰ ঘৰৰ বাৰাণ্ডাতে থকা বেঞ্চিখনত বহিবলৈ দিছিল। প্ৰথম ধৰকত সিহঁতে চুচুক-চামাককৈ বহিছিল, পিছলৈ অৱশ্যে সজ হৈছিল। নাগেকা আহিলে কিন্তু আমাৰ পঢ়া কোঠাতে বহি চাহ-পানী খাই গৈছিল। তাহাঁতৰ গাঁৱৰ মানুহখিনি আমাৰ বৰ আপোন হৈ পৰিছিল। আজিও আপোন হৈ আছে।

আমাৰ ওচৰৰে দেৱী ঠাকুৰ দেউতাৰ মতত চলে। দেৱী ঠাকুৰো নাগেকাহঁতৰ বয়সৰে, একে সমনীয়া। তেওঁকেই পূজাৰ পুৰোহিত কৰা হ'ল। এদিন গধূলি নাগেকাৰ মাক আহি ওলাল। এগণ্ডা তামোল আৰু এমুঠা পাণ কাথিতে থৈ আঠু কাঢি দেউতাক সেৱা কৰি অতি বিনয়ীভাৱে বিয়াৰ নিমন্ত্ৰণ দিলে। এবাৰ যেন তাহাঁতৰ চোতালত ভৰিৰ ধূলি দিয়ে।

"অ' হ'ব। আবেলি গৈ মাত দি আহিম।"

দেউতা যাব বুলি শুনি সিহঁতৰ ভয়ো লাগিছে। চধৰি পিতাকক কেনেকৈ মান-সৎকাৰ কৰিব তাৰে গুণাগঁথা চলিল। নাগেকাই তাৰ দুই-চাৰিজন দেহান বন্ধুৰ লগত আলোচনাও কৰিলে। তাহাঁতৰ ওপৰতেই ভাৰ দিলে। তাৰে ভিতৰত আমাৰ গাঁৱৰে দেবেনকাও আছিল। দেবেনকাও মস্ত প্লেয়াৰ। তাহাঁত ডেকাদলেই আলোচনা-বিলোচনা কৰি ঠিক কৰিলে দেউতাক দোলাত নিব ঢোল-পেঁপা বজাই বৰি নিব। সিহঁতে নতুন কিবা এটা কৰিব বিচাৰিলে।

বিয়াৰ আগদিনা ৰভা সজোৱাত লাগিল। মস্ত মস্ত চাৰিডাল আঠিয়া কল গছ কাটি আনি চোতালত চাৰি চুকীয়াকৈ পুতিলে। ওপৰত ফুল থকা চন্দ্ৰতাপ দিলে। কল কেইডালত ৰঙা নীলা কাগজৰ ফুল লগাই ধুনীয়া কৰিলে। বাটঘৰাত দুটা কলপুলি পুটি তাত খেজুৰৰ পাত বান্ধি দি গেট' সজালে। খেজুৰৰ পাতত গেন্ধেমালতী, গোধূলি গোপাল, নয়নতৰা ফুল গুঁথি দিলে। কলপুলিৰ গুৰিত নাগেশ্বৰৰ পাত ধুনীয়াকৈ বান্ধিলে। পুলি দুটাৰ ওপৰৰ ফালে দুছটা বাঁহৰ কামী বান্ধি তাত ৰঙা-নীলা কাগজৰ ফুল লগাই ধুনীয়া কৰিলে। দেহান ল'ৰা কেইজনে লাগি-ভাগি এইখিনি কৰিছে। তাহাতৰ কাৰণে বেলেগে দৈ বকা চাউল, চাহ মিঠাইৰ বন্দবস্ত কৰি থোৱা আছিলেই। সিহঁতে নিজে নিজেই কৰি মিলি খাব। আন নিমন্ত্ৰিত দেহানসকলকো সিহঁতেই খুৱাব।

বিয়াৰ দিনা আবেলি তাহাতৰ গাঁৱৰ চেংৰা কেইজনমান আমাৰ ঘৰলৈ আহিল, ঠিক দেউতা যাবলৈ ওলাইছে এনেতে।

"অ' আতা, তোক নিবা আইছু। তই বুলি যাবা নৰাহ, দলাত যাবা লাগ্‌বো। আমি গহে আহাৰ দলাখেন আনছু!" —এই বুলি গেণ্ঠেৰ আপাই ক'লে।

"দোলাত মই নাযাওঁ, নালাগে। চাইকেল লৈয়ে যাম।'

দেউতাই নাযায়, সিহঁতে নেৰে।

"নহে নহে, আমি তোক লৈ যাম। বাপা আছুন কৈ খেদ্‌ছি। দলাত নেনলি তাহুন খং খাব।" বৰ সবল চিতে সিহঁতে বাহনা ধৰিলে।

আমাৰ আতাহঁতৰ ৰং-বেৰঙৰ ফুল কটা দোলাখন জাৰি-জোকাৰি মচি-কাচি লৈ আহিল। তাতে নতুন কাপোৰ পাৰি দিলে। দেউতাক একপ্ৰকাৰ জোৰ কৰিযে দোলাত তুলি লৈ গ'ল। আগে আগে ঢোল-তাল-বাঁহী বজাই দোলাৰ আৰোহীক বৰি নিলে।

বেজকুছি সত্ৰৰ বুঢা গোসাই ধৰ্মকান্ত গোস্বামীকো গাঁৱৰ শিচৰ ঘৰত বিয়া বাৰু হ'লে তেনেকৈয়ে ঢোল-খোল বজাই দোলাত লৈ গৈছিল। দোলাভাৰীৰ অভাৱ নাছিল। গোসাঁইৰ দোলাত হাত লগালেই পুন্য হয় বুলি ভাবিছিল। দোলাৰ আগে আগে পিলপিলীযা ল'ৰাবোৰে হইধ্বনি দি গৈছিল। প্ৰতি ঘৰৰে নঙলামুখত বোৱাৰী-জীযৰীসকলে ওলাই গুৰুক সেৱা জনাইছিল। গুৰুৱে সকলোকে ফুল দি আশীৰ্বাদ কৰি গৈছিল। দোলাৰপৰা নমাৰ লগে লগে মাটিত পাৰি দিযা বুলনি কাপোৰৰ ওপৰেদি খোজ কাটি গৈ আসনত বহে। ডাবৰত পানী আনি প্ৰভুৰ চৰণ ধুৱাই দি গলত থকা গামোচাৰে মচি দিযে। তাৰ পিছতেই বটাত গোটা তামোল এগণ্ডা পাণ এমুঠি দি অৰ্চা দিযে। প্ৰভুৱে গ্ৰহণ কৰি আশীৰ্বাদ দিযে।

গুৰু শিচৰ পিতা-পুত্ৰৰ সম্পৰ্ক। গুৰুক শিচে সম্মান কৰে ভক্তি কৰে পিতৃবৎ দেখে। গুৰুযো পুত্ৰবৎ ভাৱে শিচৰ হিত চিন্তে।

কালৰ ঘূৰ্ণিপাকত গুৰুৰ গুৰু মহিমাৰ ভাটা পৰিল শিচৰ ভক্তিও তল পৰিল। গুৰু-শিচৰ মাজত মাটিৰ কাজিয়া লাগে। সাতাম পুৰুষ গুৰুৰ মাটিতে চহ কৰি এতিযা 'নাঙল যাৰ মাটি তাৰ' ধ্বনিত আকৃষ্ট হৈ চিঠাৰ ছয় নম্বৰ ঘৰত নাম লিখিবলৈ চল কৰে। গুৰু শিচে একেলগে কাছাৰীৰ কাঠগৰাত উঠে। কোনেও কাৰো মুখ নাচায়। গৰু-ছাগলীযে সীমা ছেৰালেও খোৱাৰত দিয়ে। একশ্ৰেণীৰ মানুহে এই ৰং চাই ফইদা লুটে।

চায়মনাৰ তলত মাজ চোতালতে বৰপীৰা এখনত সেউজীয়া সূতাৰে ফুল বচা হালধীয়া নতুন কাপোৰ এখন পৰা আছিলেই। তাতেই নি দেউতাক বহুৱালে।

বটা এখনত গোটা তামোল-পাণ, চূণৰ টেমি, মুখত খোৱা তাম্‌খুৰ বেহী আৰু ডাব কটাৰী এখন থলে। নিজেই কাটি খাব লাগিব। গাঁৱৰ তিৰোতাসকলে বুঢ়াসকলে আহি আঠুকাটি সেৱা কৰিলে। তাহাঁতৰ বহুতৰেই গাত হুচ নাছিল। তাৰে বুঢ়ী এজনীক দেউতাই তামোল কাটিব দিলে। বাটি এটাত পানী আনি পাণ ধোৱালে। বুঢ়ীৰ হতুৱাই তামোল কাটি খালে। মাজ চোতালতে বহি দেৱি ঠাকুৰে পিছদিনাৰ শিৱ পূজাৰ কিবাকিবি বস্তুৰ ফৰ্দ্দি এখন কৰি দিলে। দেউতাৰ নিৰ্দেশ মতে শিৱ ঠাকুৰক বেলপাত দিয়াৰ কথাহে ভাবিছে। কিছু সময় বহাৰ পিছত, দেবেনকাইঁতে বৰ সম্ভ্ৰম কৰি চকচকীয়াকৈ ধোৱা পাণধোৱা এখনত কেইবিধমান মিঠাই আৰু এটি বানবাটিত সৰবে সৈতে ভাল দৈ গাখীৰ এবাটি দি গ'ল। দেউতাই ইমানবোৰ নাখাওঁ বুলি কোৱা সত্ত্বেও সিহঁতে নেৰে। তাহাঁতৰ মন খুচ কৰিবলৈ বুলিযে অলপ খালে। যোগাৰ-যাতি ভালেই কৰিছিল। দেবেনকাইঁতে আটাইবোৰ দেহানকে খুৱাইছিল, কাষতে দৰা-কইনাৰ বাবে নতুনকৈ সজা ঘৰটোতে।

গধূলি পৰত বৰক আশীৰ্বাদ দি আহিব ওলাওঁতেই বুঢ়া-মেথা আটাযে আহি আঠুকাটি সেৱা কৰিলে। নাগেকাৰ পিতাকে ৰঙাৰ ওপৰত হালধীযা ফুল বচা খনীযা কাপোৰ এখন বটা এটাত আনি দেউতাক মান ধৰিলে। আকৌ চেংৰাসকলে ঢোল তাল বজাই দেউতাক দোলাত আনি ঘৰত থৈ গ'ল। অহাৰ সময়ত বৰ কইনাক কেইদিনমান পিছত আমাৰ ঘৰলৈ আহিবলৈ মাতি আহিল।

বিযাৰ কেইদিনমান পিছত এদিন বৰ-কইনা আমাৰ ঘৰলৈ আহিল লগত বৰৰ মাক আৰু ভনীযেকো আহিছিল। নাগেকাই দেউতাই দিযা 'চাইনা চিল্ক'ৰ পিৰানটো পিন্ধি আহিছিল। আমাৰ গোসাই ঘৰত দিবলৈ ঠগি এখনৰ যোগাৰ আনিছিল। মা-দেউতাক আটাযে সেৱা কৰিছিল। সিহঁতে বাৰাণ্ডাতে পাটীঢ়ৰা এখনত বহিছিল। নাগেকাই হলে বেঞ্চিতহে বহিছিল। মাই নিজেই কইনাৰ মূৰত অকণমান গোন্ধ তেল আৰু কপালত সেন্দুৰৰ ফোঁট দিছিল। চাহ-জলপান খোৱাৰ পিছত কইনাৰ হাতত নগদ টকা দিয়াও দেখিছিলোঁ।

যোৱাৰ সময়ত কইনাই মাক সেৱা কৰি উঠোঁতে কঁপালৰ ফোঁটটো নাকৰ আগলৈ বৈ আহিছিল।

সিহঁত এতিযা আমাৰ ৰাইজৰ জাতৰ। নাগেকা এতিয়াও আমাৰ কাকা ঘৈণীযেক বৌ।

গোটেই গাঁওখন আমাৰ আপোন। আনকি দেউতা ঢুকোৱাত বহলিহাজৰি গাঁৱৰ তিৰী-চলি আটায়ে উঠা দি আহিছিল শ্মশান যাত্ৰী হৈছিল। ক্ৰিডাধাৰীলৈ কল কুঁহিয়াৰ লৈ আহিছিল। শ্ৰাদ্ধৰ কেইদিনত লগা সমুদায় পাণ তামোল উপযাচিয়ে তাহাঁতৰ গাঁৱৰপৰাই যোগান ধৰিছিল। চধ্‌ৰী পিতাক'ক সম্মান জনাইছিল।

# আমাৰ গাঁওৰ বিয়া

আমাৰ গাঁওৰ 'টেপেবাই'ৰ বিয়াত মহাহুলস্থূল লাগিল। বিধবা মাক, কোনোমতে ছোৱালীক উলিয়াই দিব পাৰিলেই ৰক্ষা। গাঁওৰ ভাগী গিয়াতি সকলোৱে হাত জোকাৰিম বুলিছে বুলিহে সাহস কৰিছে। নহলেনো আগবাঢে কেনেকৈ? 'কইনা দানৰ ভোজ'টোও বৰপক্ষক ৰেহাই দিলে গএগ্রাই মাথোঁ একুৰি এটকা লৈয়ে। সেইখিনি টকাও কইনাৰ মাককেই দিলে। সেইদিনত বৰপক্ষই কইনাপক্ষক বিয়াৰ আগতে কইনা দান কৰা বাবদ ভোজ এটা দিব লাগিছিল। তাৰ উপৰি কইনাৰ মাকক গা-ধন বুলি কিছু টকাও দিব লাগিছিল। সেই ভোজক 'কইনা দানৰ ভোজ' বুলিছিল। কইনা পক্ষক সন্তুষ্ট কৰিব লাগিছিল নহলে কইনা নাপাবও পাৰে। কইনা ঘৰৰ কথা শিৰিষ খুটাৰ দৰে গপচ যেন আছিল

এদিন ওচৰৰে গাঁৱৰ দুজনমান মানুহে ভাৰ ভেটি লৈ জেঠিহঁতৰ ঘৰলৈ তামোল পাণ কাটিবলৈ বুলি আহিল কইনা খুজিলে। কইনা চাবলৈ আহোঁতে যি ভাৰ ভেটি আনিছিল, তাতে অলপ অচৰপ হীন ডেটি হ'লেও তেলৰ ভাৰত কিন্তু পাঁচ পোন তামোল পাঁচটা পাণ আৰু পাঁচ পোন ভজা লাৰু বৰপক্ষই দিবই লাগিব। বাকী কইনাক যেনেকৈ পাৰে সজাই লৈ যাব তথাপি হাতত মুঠি গলত গলপতা, চেপতি মাদলি, কাণত কাণফুল নাকত নাকছন্দা আৰু নলক দিবই লাগিব। প্ৰতিমা হেন কইনা। তাতে আকৌ প্ৰাইমাৰী পাছ। বৰপক্ষই কইনা চাই পছন্দ কৰিলে। লগে লগে তেওঁলোক ৰাজি হ'ল। সিদিনাই আঙঠি পিন্ধাই বিয়া পকা পকি কৰি ললে। দিন-বাৰো মোটা মুটিকৈ ঠিক কৰিলে।

তেওঁলোকৰ মাঘ বিহুলৈ বুলি খুন্দা টেকেলিৰ পাত হেন চিৰা। চিৰাৰ লগতে আনাসৰ তোলা দৈ আৰু নকৈ পেৰা চুৰাৰে আপ্যায়ন কৰালে। হাতে ওঁঠে সৰৰ এঠা লাগিল। গলত লোৱা ফুলাম গামোচাৰে হাতত লগা এঠা মচি মচি এজনে মন্তব্য কৰিলে— 'বৰ ভাল খামীৰ দৈ আছিল দিয়া বুক জবৰাই খালোঁ। আনজনে ক'লে 'নিশ্চয় বিলত খাগৰাৰ ঘাঁহ খোৱা কাচৰৰ পেৰীৰ গাখীৰৰ দৈ। মুখত দিওঁতেই আচ ধৰিব পাৰিছোঁ। দল ঘাঁহ খোৱা ম'হৰ গাখীৰ ইমান ঘন হব নোৱাৰে। ময়ো এসময়ত বাথান চলাইছিলোঁ কাৰণে কিছু গম পাওঁ।"

গাঁৱৰে বেপাৰী জেঠাইতৰ দুখনকৈ ম'হৰ বাথান আছে। এখন গজিবাল্দাত, আনখন ভুটানৰ কাষত খাগ্ৰাবাৰিত।দুই বাথানৰে গাখীৰ তিন তিনিকৈ ৰাখে। জিভাৰ জুতি জনা জনেহে কোন বাথানৰ গাখীৰৰ কেনে সোৱাদ বুজে।

পাছ ফালৰ বাটেদি গৈ বেপাৰী জেঠাইতৰ তাৰপৰা সৰু আনাসৰ তোলাৰ পাইলা এটা আনিলে। বেপাৰী জেঠাই হেনো কথাটো শুনি নিজেই বাচি দি ক'লে, "যা এই দৈ মুখত দিলে কইনা বাচিব নোৱাৰে। বিয়াৰ বান্ধ খাবই।"

হয়তো, কথা ফলিলেই।

টেপেবাইৰ লগত মই 'ক'মানৰপৰাই একেলগে পঢ়া। মোতকৈ বয়সত অলপ ডাঙৰ। গাঁৱৰ সম্পৰ্কত বাই বুলি মাতোঁ। স্কুলত পুষ্প (গোস্বামী) পণ্ডিতে 'টেপে' নামটো সলাই 'টপেশ্বৰী' কৰিলে। বাই বৰ চোকা বুদ্ধিৰ আছিল। অংক-মৌখিক তাইৰ মানত পানী হেন। মই হলে অদা। কেতিয়াবা মোক অংক শিকাই দিয়ে, মৌখিকৰ আৰ্যা মুখস্থ কৰিব দি বুজাই দিয়ে। মই তাইৰ ছবি আঁকি দিওঁ, কলপাতত হাতৰ আখৰ লিখি দিওঁ। কেতিয়াবা তাইৰ চিয়াঁহী নাথাকিলে মোৰ দোৱাতৰপৰা তাইৰ দোৱাতত বাকি দিওঁ। তেতিয়াৰ দিনত দোৱাতবোৰ বৰ মজাৰ আছিল। কাটি হৈ পৰিলেও চিয়াঁহী ওলাই নপৰিছিল। জোকাৰি জোকাৰি চিয়াঁহী দিওঁতে হাতে-পাতে চিয়াঁহী লাগিছিল। বায়ে স্কুলৰ কাষতে থকা খালটোৰপৰা কচুপাতত পানী আনি মোৰ হাতত ঢালি দিছিল। গাত লোৱা তেলাচখনেৰে হাত মচি দিছিল। বাই মোক বৰ মৰম কৰিছিল। মোক 'ভাই' বুলি মাতিছিল। পাঠশালা স্কুল পাছ কৰাৰ পিছতেই মাকে বাইৰ বিয়াৰ কথা ভাবিলে। বাপেকে সৰুতে এৰি থৈ গ'ল, বিধবা মাকৰ উঠন ছোৱালীলৈ চিন্তা। মাকক আমি জেঠি বুলি মাতোঁ। দেখাই শুৱানে গোসাঁনী হেন। ঘৰ-দুৱাৰো পৰিষ্কাৰ। আঠালেতীয়া মাটিৰে কাঁথি-মজিয়া মচে— ধক ধক কৰে, ফু মাৰি ভাত খাব পাৰি। গিলাচ-বাতিবোৰও চক চক কৰে। জেঠিয়ে সদায় বগলীৰ পাখিৰ দৰে বগা কাপোৰ পিন্ধিছিল। ছোৱালীক বোৱনে-কাটনে কাজী কৰি তুলিছিল, যাতে শহৰ খাতিলে শাহুয়েকে নিন্দিব নোৱাৰে। ৰবেৰ পুৱাই উঠি বায়ে বাহীকন কৰিছিল। মাজে সময়ে হালতলিলৈ জলপান দিব যাওঁতে গাৰ চাদৰৰ এটি লুচ কঁকালত মেঠনি বান্ধি মেখেলাখন ভৰিৰ ডিমালৈকে তুলি খুৰীয়েকহঁতৰ লগত কুঁজা পৰি ভুই ৰোৱাতেও হাত লগাইছিল। বাইৰ হাত বৰ খৰ আছিল।

তাহানিৰ দিনত হেনো কইনাই বৰৰ ঘৰ পোৱাৰ পিছতেই কইনানো গৃহস্থালি কামত কিমান কাজী তাকে প্ৰমাণ চাবলৈ বুলি তিনিটা পৰীক্ষা কৰাৰ দস্তুৰ আছিল .

প্ৰথমতে ষঁতৰত সূতা কাটিব দিয়ে। মিহিকৈ সূতা কাটিব পাৰিলেই বোৱন-কাটনত কাজী বুলি ধৰি লয়।

দ্বিতীয় পৰীক্ষা হ'ল, জীয়া কাৰৈ মাছ বাচিব দিয়ে। জীয়া কাৱৈ বাচিব নাজানিলে হাত খেবো-বেৰোকৈ কাটে। কামত ফুট নাপায়।

তৃতীয়টো হ'ল, পচলা কুটিব দিয়ে। বৰ মিহিকৈ পচলা কুটিব পাৰিলেহে অন্নপূৰ্ণাৰ হাত বুলি ভাবে।

বিয়াৰ কেইদিনমান আগতে জেঠি আৰু বাইক আমাৰ ঘৰত ভাত খাব মাতিছিল। বিয়াৰ যোগাৰ জাতি কৰোঁতে বোধহয় জেঠিয়ে আহিব নোৱাৰিলে। বাই খুৰাকৰ সৰু ল'ৰাটোকে লগত লৈ আহিছিল। খাই-বই জিৰাই-সতাই বেলি হলাৰ লগে লগে যাবলৈ ওলাল। যোৱাৰ আগতে মাক সেৱা কৰিলে। মাই তাইক মগৰ বচা চাদৰ এখন দিলে। মই আগচোতালত খেলি আছিলোঁ। 'ভাই তই তেলৰ ভাৰৰ দিনাও আইহ্বি। আই আহি তামুল-পাণ দি মাতি যাবো। মই তোক মাতলু" বুলি কৈ সৰু ভায়েকৰ হাতত ধৰি ঘৰলৈ বুলি খোজ দিলে। মই কেৱল ভেৱা লাগি চাই থাকিলোঁ, মুখত এষাৰো কথা নুফুটিল।

তেলৰ ভাৰৰ দিনা সাজ গটি গৈছেহে, উৰুলি শুনি লৰালৰি কৰি হলিকাৰ লগত তেলৰ ভাৰ চাবলৈ গ'লোঁ। ইতিমধ্যে তেলৰ ভাৰৰ মানুহ আহি চায়মনাৰ তলত বহিছেহি। তেলৰ ভাৰত অনা তামোল থোকৰ কাষতেই কলপাত মেৰুৱাই এটা ৰাঘ বৰালিও পেলাই থৈছে। কলপাতত সেন্দুৰৰ ফোঁট দিয়া আছে। ফিচাৰ ফালে মাছটো আধামান ওলাই আছে। ভাৰ-পাচিত কিবা আনিছে, কলপাতেৰে ঢাকি থোৱা আছে। তিৰোতা কেইজনীমানো গীত গাই গাই ভাৰৰ লগতে আহিছে। তেওঁলোকক ভিতৰলৈ মাতি নিলে।

এতিয়া কইনা পক্ষৰপৰাও ডাঙৰ বটা এখনত গোটা তামোল পাণ আনি মাজতে থলে। তাৰ পিছতেই তেলৰ ভাৰৰ লগত অহা মতা কেইজনে বিধে বিধে আয়-অলংকাৰ তেল-সেন্দুৰ উলিয়াই বটাত সজাই দিলে। আয়তীসকলে জোকাৰ দি গীত পদ গাইহে ভিতৰত অলংকাৰ পিন্ধাব। এনেতে আদহীয়া মানুহ এজনে পাচি এটাৰ কলপাত গুচাই ভজা লাৰু এটা উলিয়ালে। ক্ষন্তেকতে দুৱাৰ মুখত থকা ঢাপলিখনতে মাৰি দিলে। লাৰুটো ভাঙি গুৰি হৈ গ'ল। চিঞৰি কৈ উঠিল, "এইটো ভজা লাৰু নহয়, এৰাঁ লাৰুহে। ভজা হলেও অদা। গঞাই অদা নলয়। টকৌ গুটি হেন কটকটীয়া টান ভজা লাৰুৰ কথাহে কোৱা হৈছিল। কথাৰ লৰক-ফৰক হৈছে। ই গঞাৰ অপমান। বৰঘৰীয়াই গমি চাব লাগে। এনে হলে আমাৰ ছোৱালী দিয়া নহব। এতিয়া ৰাইজে কি কয়। ইয়াৰ বিধান এটি নহলে

'তেলৰ ভাৰো' ঘূৰি যাব নোৱাৰিব।"

এতিয়াহে ভালকৈ কথাৰ জং লাগি উঠিল। বৰপক্ষৰ মানুহৰ মুখ শুকাই গ'ল। ইজনে সিজনৰ মুখলৈ চোৱা-চাই কৰিব ধৰিলে। পঞ্চায়ত বহিল। শেষত গৈ ঠিক হ'ল– এপোন নহলেও অন্ততঃ দহ গণ্ডা হলেও গএৰাৰ মান ৰাখি ঢাপলিত নভঙা ভজা লাৰু বান্ধি ৰাতিৰ ভিতৰতেই দিব লাগিব। সি পক্ষই মনতে ভাবিলে এই তিলোত্তমা হেন কইনা এৰা পৰিব লাগিলে বৰৰো বদনাম। তেওঁলোকেও এক কথাতে সৈমত হৈ ল'ৰালৰিকৈ এজনক পঠাই দিলে। বৰৰ ঘৰ দুমাইলমান দূৰৈত। ৰাতিযেই লাৰুৰ যোগাৰ কৰি ৰাতি দোভাগত ঢাপলিত নভগা ভজা লাৰু লৈ আহি কইনাৰ ঘৰ পালে।

বাইহঁতৰ চুবাৰে ভেটেপেহী দেখাতো মস্ত, বিযাৰ গীত-পদতো মস্ত গীতেলি। 'ক'ৰ কাণ মুচৰিব নাজানিলেও নামৰ পদ বিযাৰ গীত মুখতে জিভাৰ আগত। বিযা-সবাহত গীত গালে মাতটো ৰণৰণাই থাকে। কাষত থাকিলে কাণ তাল মাৰি ধৰে। বিয়াৰ বিধিমতে প্ৰহৰে প্ৰহৰে গীত জুৰে।

দোভাগ ৰাতি তেতিয়া উৰুলি দি গীত-পদ গাই অলংকাৰ পিন্ধাব ধৰিলেঃ
"দিযক দিযক গৌৰীক বিয়া জোৱাই অতি ভাল শশীহে।
জগতৰে গুৰু শিৱ জীৱ সৰ্বকাল শশীহে।।

সুবৰ্ণৰে ফণিখনি ৰজতৰে ছিটিকা শশীহে।।
গুঠিছে পাটৰ জৰি মেলাই দিছে মালা শশীহে।
কেশ মেলি কেশ বান্ধে কেশ বিতোপন শশীহে।
কেশৰ সৌৰভ গন্ধে আহে নাৰাযণ শশীহে।।

পুৱা ৰাতি কইনা সাজত বাইক চোতাললৈ উলিযাই আনিলে গএৰাক সেৱা কৰিবলৈ। বাইৰ চকু দুটা চল-চলীযা হৈছিল। দ্ৰোণাচাযৰ ধনুৰ গুণডালেৰে চকুৰপানী বৈ পৰাত তিৰবিৰাই উঠাৰ দৰে বাইৰ গাল দুখা. চকুৰ পানী তিৰবিৰাই উঠিছিল। বাইক আমাৰ ঘৰত থকা ৰামায়ণখনৰ 'সীতাৰ সয়ম্বৰ'ৰ ছবিটোৰ দ'ৰ দেখা গৈছিল। নাকৰ নলকটো গেচ লাইটৰ পোহৰত চিকমিকাই উঠিছিল।

# ডাংকাটী-মহীয়সী

১৯৩০ চনমানৰ কথা।

এদিন দেওবৰীয়া দুপৰীয়া দহমান বজাত আমি সৰু সৰু কেইটামানে আগচোতালৰ একাষত থকা বালিৰ দ'মটোত উঠি 'নগা কোঁৱৰ'ৰ পাঠ গাইছিলোঁ। কেইদিনমান আগতে ব্ৰজ ওস্তাদৰ 'নগা কোঁৱৰ' পালা পাটাছাৰকুছিত হৈ গৈছিল। এনেতে মুগাৰ মেখেলা পিন্ধা গাত বগা চাদৰ লোৱা মহিলা এগৰাকী চাইকেলত উঠি আহি আমাৰ লংলাৰ মুখতে নামিল। ভৰিত জোতা। চাইকেলত উঠা এনে মহিলা আগতে ক'তো দেখা নাই। মেমো নহয়। আমি ভেবা লাগি চাই আছোঁ। মোক মাতি নামটো সুধিলে দেউতাৰ নামো সুধিলে। নাম কোৱাত দেউতা ঘৰত আছে নে নাই সুধিলে। নাই বুলি কোৱাত মাক মাতিব ক'লে। তেওঁ চাইকেলখন চ'ৰাঘৰৰ বেৰতে আউজাই থৈ ভিতৰত বহিল। মা আহি পোৱাত বহাৰপৰা উঠি বাইদেউ মোক চিনি পোৱা নাই নহয়। মই চন্দ্ৰপ্ৰভা শইকীয়ানী। চৌধুৰীয়ে আমাৰ পৰিয়ালৰ আটাইকে জানে। মোৰ ঘৰ দৈশিংৰীত। পাটাছাৰকুছিৰ ফালে এটি সকামত আহিছিলোঁ। লগতে আপোনালোকৰ ইয়াতো সোমাই যাও বুলি আহিলোঁ।

দৈশিংৰী বজালীৰ উত্তৰ অঞ্চলৰ অহিন কোণৰ গাঁও। মাই আথে বেথে অলপ পৰ বহিবলৈ কৈ ভিতৰলৈ গ'ল। মোৰ ওপৰৰ বাইদেউজনীৰ হাতত তামোলৰ বটাটো দি পঠালে। বাইদেউ তেওঁলৈ বটাটো আগবঢাই দিওতে হাতত থাপ মাৰি ধৰি মৰম কৰি কি নাম কোন শ্ৰেণীত পঢ়ে আদি সুধিলে। আৰু পানী এগিলাচ আনিব ক'লে। বাইদেৱে তৃতীয়মানত পঢ়ে বুলি কৈ পানী আনিব গ'ল। বাইদেউ থহথহকৈ কথাৰ উত্তৰ দিয়াত তেওঁৰ চকুৰে মুখে হাঁহি ফুটি ওলাইছিল। তেওঁ বাইদেউক কাষলৈ মাতি নি সাধুকথা জুৰি দিলে— সাবিত্ৰী সত্যবাণৰ কাহিনী। এই সাধুটো চোতালত জহ গাওতে আবুই আমাক কৈছিল। বাইদেউ তপৰাই মাত লগালে 'আমি এটু সাধু জানু। এনেতে মাই আহি তেওঁক ভিতৰলৈ মাতি লৈ গ'ল। মাই ঘৰৰ মজিয়াত পীৰা পাৰি বহিব দিলে। সন্মুখখিনি মচি তাতে প্লেট এখনত মোহন ভোগ পানী এগিলাচ আৰু চাহ একাপ থ'লে।

"এইবোৰ নালাগিছিল। চাহকাপ হলেই হ'লহেঁতেন।" তেওঁ শুদ্ধ লিখিত ভাষা কৈছিল। মাৰ লগত কথা পাতি পাতি মোহনভোগ চাহ খালে।

এতিয়া এই ভৰ দুপৰীয়া যাব নালাগে। খাই বই আবেলিলৈ যাব। অলপ পিছতেই দেউতাকো আহি পাব।" মাই কৈছিল।

তেও হাঁহি মাৰি "হব বাৰু" বুলি কৈ তামোল এখন মুখত ভৰাই আকৌ চ'ৰাঘৰ পালে।

ইতিমধ্যে 'চাইকেলত উঠা তিৰী চধৰীথেক আহা' বুলি গাঁৱৰ চাৰিওফালে চাটি-ফুটি গ'ল। ভুঁইতলিৰপৰা অহা ৰোৱনিসকলেও বাটতে চাইকেলখন উকি মাৰি চাই গ'ল। গাঁৱৰ বুঢ়ী বিধবাসকলে এজনী-দুজনীকৈ 'চাইকেলত উঠা তিৰী'ক চাব আহিল।

শইকীয়ানীয়ে বুঢ়ীসকলৰ লগত মজাৰ মজাৰ মেল পাতি দিলে। মহাভাৰত ৰামায়ণৰ মুহিব পৰা সাধু কৈ কৈ তাইঁতৰ মন মুহি পেলালে। কেনেকৈ যে তিৰোতাৰ ওপৰত অনাহকতে অত্যাচাৰ চলাইছিল এইবোৰৰ সুন্দৰ বৰ্ণনা দিছিল অন্তৰ ভেদি যোৱাকৈ। বুঢ়ীসকলে চুঙা-টকোন লৈ তামোল খুন্দি খুন্দি 'অ হইতু,অ হইতু তিৰীহে নিকাৰ ভুঞ্জিবা লাগে। অ' আই আমি তিৰীগিলা হৈছু মহৰিৰ তলৰ মহ, যমে মাল্লিও মাল্লাক মন্দে মাল্লিও মাল্লাক। বুলি কৈ হুকাৰ ধৰিছিল।

খাবৰ পস্ত হবৰ হোৱাত বুঢ়ীসকল ঘৰা-ঘৰি গ'ল। যাওতে বাটত হলে তাৰে দুই-চাৰিয়ে কৈ গৈছিল "ইহ, গাছত উঠা তিৰী আমাক বুজাবা আইছি। আই চিকোহো চাইৰকেলত উঠি ধেং ধেংকে গা ঘেলে ঘূৰি ফুৰে লাজ চৰম নাই। ডাংকাইটী মন্দে এৰা তিৰী হেন। গাঁৱে গাঁৱে তিৰীৰ মেল পাতে বুলে? ইতা আমাৰ আপীগিলাকো বাহিৰত উইলে ডাংকাইটী কৰবো।

আন এজনীয়ে আগৰজনীৰ কথাৰ ওপৰতে মাত লগালে 'ভৰ দিপ্ৰা ৰাঙা পৰা ৰ'দত হাল বাই আহি ভাত নাপলি ফালা বাঁহৰ ছটা পিঠিত উঠলি বুজলাক হই কহেৰ পানী কহে যাই। এৰা পৰা তিৰীগিলাইহে মদ্দৰ দৰে এনকে ফুৰে। উদ, খাব তিৰী। ঘোৰ কলিকাল পল্লাক, তিৰী মানুহে চাইৰকেলত উঠলাক।'

আমি সৰু সৰুবোৰে চাইকেলখন লাৰি চাইছিলোঁ। মাজৰ লোহাডাল নাই। সৰু কোনোবা গলে ক'ত বহিব। এইখিনিয়ে আমাৰ চাইকেলখনৰ লগত ফাৰাক যেন লাগিল।

পিছত সাধাৰণজ্ঞানত পঢ়িছিলোঁ— চাইকেলত উঠা প্ৰথম অসমীয়া মহিলা চন্দ্ৰপ্ৰভা শইকীয়ানী আৰু তেওঁৰেই ভনীয়েক ৰজনীপ্ৰভা প্ৰথম অসমীয়া মহিলা

এম-বি ডাক্তৰ। পুৰুষৰ ভিতৰত হেনো প্ৰথম চাইকেল আৰু মটৰ কিনা মানুহ আছিল তৰুণৰাম ফুকন।

সৰুতে শইকীয়ানীৰ হেনো ওচৰৰ গাঁৱৰে খেতিয়কৰ ল'ৰা এজনৰ লগত বিয়া হৈছিল। বুজন হ'লত কিবা অজ্ঞাত কাৰণত শহুৰ খতিবলৈ যোৱা নহ'ল, পঢ়া শুনাহে কৰিলে। কিছুদিন পিছত অকযাত এখন প্ৰাথমিক বালিকা বিদ্যালয় পাতি কিছুদিনৰ কাৰণে শিক্ষয়িত্ৰীও হৈছিল। সেই সময়ত নগাঁৱৰ নীলকান্ত বৰুৱা (দেৱকান্ত- নৱকান্তৰ দেউতাক) বৰপেটাত স্কুল পৰিদৰ্শক আছিল। এদিন পৰিদৰ্শক বৰুৱাই বজালীৰ ফালে স্কুল পৰিদৰ্শন কৰিবলৈ আহোঁতে হঠাতে 'আপীৰ স্কুলখন' চকুত পৰিল। তেওঁ অলপ বিষ্ময় মানিলে। শিক্ষয়িত্ৰীৰ সাহস উদ্যম দেখি মোহিত হ'ল। তাৰ উপৰি পঢ়াৰ আগ্ৰহ দেখি তেওঁৰ দয়া উপজিল। তেওঁ উপযাচিয়ে নগাঁও মিছন স্কুলৰ লগত যোগাযোগ কৰি পঢ়াৰ সুবিধা কৰি দিলে।

চন্দ্ৰপ্ৰভাই ভনীয়েক ৰজনীপ্ৰভাক লগত লৈ নগাঁও পালে। দুই বাই-ভনীয়ে মিছন স্কুলত নাম লিখি নিয়মিতভাৱে পঢ়া-শুনা কৰিব ধৰিলে। তাত অখৃষ্টান ছোৱালীক এটি গুদাম ঘৰত থাকিব দিছিল। খৃষ্টান ছোৱালীহে হোষ্টেলত থকাৰ সুবিধা পাইছিল। ছাত্ৰী শইকীয়ানীয়ে এই নিয়ম দেখি প্ৰমাদ গণিলে। প্ৰথমে প্ৰতিবাদ কৰিছিল– পঢ়াত হ'লে একে বেঞ্চিতে বহি পঢ়িব পাৰোঁ খোৱা থকাতহে বেলেগ। পিছলৈ তেওঁৰ জিদ লাগিল। ৰাণী গুইদালুৰ দৰে তেৰোঁ তাতে বিক্ষোভ দেখুৱালে। গাঠি টানকৈয়ে লাগিল। বহুত পানী কিয়া কৰিব লগা হ'ল। এই কামত কেইজনমান স্বাধীনতা প্ৰেমী লোকে মদত দিছিল। শেষত জয় হ'ল যদিও মিছন এৰি গুচি আহিব লগাত পৰিল। মেট্ৰিকৰ দেওনা চুও চুও হৈছিলহে তাতেই পঢ়াৰ ইতি পৰিল। উপায নাপাই ভনীয়েকক চিলঙত এঘৰ আত্মীয়ৰ ঘৰত থৈ নিজে শোণিতপুৰত পাঠশালা স্কুলৰ শিক্ষয়িত্ৰী হ'ল। অলপ অচৰপ সাহিত্য চৰ্চাতো লাগিল। সময়ত শোণিতপুৰীয়া সাহিত্যিক এজনৰ সান্নিধ্যলৈ আহিল। সাহিত্য চৰ্চাৰ লগে লগে মনৰ মিল হ'ল প্ৰেম পাশত আবদ্ধ হ'ল। আনে গম নোপোৱাকৈ মহাভৈৰৱলৈ গৈ শিৱক সাক্ষী কৰি দুয়ো একেডালি সুতাৰে মেৰ খালে। সময় বাগৰি গ'ল। নতুন ৰাগীত উতলি উঠিল দিকবিদিক পাহৰি গ'ল। সময়ত শইকীয়ানী সন্তান সম্ভৱা হ'ল। লাহে লাহে সমাজত কথাটো ৰটি গ'ল। সাহিত্যিকে লাহেকৈ গা এৰা দিলে স্ত্ৰীৰ স্বীকৃতি নিদিলে। বহুত দৰবাৰ কৰিলে যদিও তেওঁৰ আৰ্জি প্ৰত্যাখ্যান কৰিলে। শইকীয়ানী সংৰক্ষণশীল সমাজত ভ্ৰষ্টা ৰূপে পৰিগণিত হ'ল।

লাহে লাহে অন্তৰত ক্ষোভ, বিদ্বেষে গুমৰি উঠিল, অগনি জ্বলিল, প্ৰতিকাৰ বিচাৰিলে, স্ত্ৰী জাতিৰ মুক্তিৰ সন্ধান কৰিলে। মাতৃ শইকীয়ানীয়ে নৱ জাতকক গাঁৱৰ ঘৰতেই থৈ সংগ্ৰামত নামিল। তেওঁ ভ্ৰষ্টা বুলি ৰক্ষণশীল সমাজত প্ৰচাৰিত হ'ল যদিও, সেই সকলো কাটি কৰি থলে। মনত অদম্য সাহস লৈ ওলাই আহিল। দুৰ্গা গোসানীৰ ৰূপ ললে, অসুৰ নিধনকাৰী শক্তিয়ে গাত ভৰ কৰিলে। মহাত্মা গান্ধীৰ আহ্বানত জাতীয় কংগ্ৰেছত যোগ দিলে। তাত স্ত্ৰী স্বাধীনতাৰ সন্ধান পালে। স্ত্ৰী জাতিক মাতৃ জাতিৰূপে পোৱাৰ পথ পালে। অসমৰ ইমূৰৰপৰা সিমূৰলৈ চাইকেল মাৰিযে সমগ্ৰ অসম চলাথ কৰিলে মহিলাসকলক জাগ্ৰত কৰিলে। ঠায়ে ঠাযে মহিলা সমিতি গঠন হ'ল। পতিতা নাৰীক নৰকৰপৰা উদ্ধাৰ কৰিলে, নিষ্পেষিতা নাৰীৰ সংস্থান উলিযালে অনাথ আশ্ৰম খুলিলে। গোটেই জীৱন সংগ্ৰাম কৰিলে। প্ৰগতিশীল জাতীয়তাবাদী নেতা কেইজনমানেও তেওঁৰ এই বাস্তৱ সংগ্ৰামত মদত দিলে। তেওঁলোকৰ গাতেই ঠেকা দি তেও মূৰ তুলি থিয হবলৈ সক্ষম হ'ল।

দুপৰীযা ভাত পানী খাই, জিৰাই- সতাই আবেলিলৈকে শইকীযানী যাবলৈ সাজু হ'ল। ভালুকীৰ তাৰক পণ্ডিতৰ মাক ভাগ্যেশ্বৰী দাসীক দেখা কৰি যাব। ভাগ্যেশ্বৰী দাসী শইকীয়ানীৰ বাইদেউ। তেৰোঁ গুৱাহাটীৰ শান্তিপুৰ প্ৰাইমেৰী স্কুলৰ শিক্ষযিত্ৰী। তেওকো চেণ্ডেল পিন্ধি ঘূৰি ফুৰা' বুলি তেতিযাৰ সমাজত কটু চকুৰে চাইছিল প্ৰায আলাগ কৰি থৈছিল। তেৰোঁ কেতিযাবা কেতিযাবা আমাৰ ঘৰলৈ আহি ভাত পানী খাই গৈছিল। আমাৰ কুৰ্মা হেন আছিল। শইকীযানী সমাজচ্যুতা বুলি অভিহিত। কেতিযাবা আমাৰ এইফালে আহিলে আমাৰ ঘৰতেই খাই-বই গৈছিল। আনকি সংৰক্ষণশীল সমাজৰ বহু ঠাইত ভ্ৰষ্টা বুলি তেওক বহিবকে নিদিছিল। তথাপি তেওঁ হতাশ হোৱা নাছিল। হাঁহি মাৰি মূৰ পাতি লৈছিল। গাঁৱে গাঁৱে ঘূৰি মহিলা সমিতি পাতিছিল, সংগঠন কৰিছিল। পুৰুষ প্ৰধান সমাজত তেওঁলোককে সমানে ফেৰ মাৰিব পৰাটো বিচাৰিছিল।

এদিন তেও লিখা 'পিতৃ ভিঠা' নামৰ কিতাপখন দেউতাক দিছিল। তেতিয়াৰ বৰপেটা লোকেলবোৰ্ডৰ চেযাৰমেন ধনীৰাম তালুকদাৰে কিছু সংখ্যক কিতাপ কিনি শইকীযানীক উৎসাহ যোগাইছিল। তেওঁৰ সম্পাদনাত ওলোৱা মাহেকীযা মহিলা আলোচনী 'অভিযাত্ৰী'খনো আমাৰ ঘৰলৈ নিয়মিতভাৱে পঠাই আছিল।

বিযাল্লিছৰ স্বাধীনতা আন্দোলনত বজালীৰ মহিলাসকলৰ নেতৃত্ব দিছিল। এদিন আবেলি পাঠশালাৰ হৰিমন্দিৰৰ প্ৰাংগনত মহিলাসকলে নাম গাই থাকোঁতে

ঠগিৰ প্ৰসাদত পুলিচে ধূলি-বালি ঢালি দিছিল। তাতেই পুলিচ আৰু মহিলাৰ মাজত সংঘৰ্ষ হয়। কেবাজনীয়েও আঘাত পালে। ভলেণ্টিয়াৰ বুঢ়ীয়ে হাত লৰাব নোৱাৰা হ'ল। কঁকালখনো কোব খাই লেৰফেৰিয়া হ'ল। কাহাৰৰ ঘৈণীয়েকে কোব খায়ো পাটগিৰি বুঢ়ীক বচালে। পুলিচৰ অবাধ অত্যাচাৰক ভেটা দিবলৈ কোনো নাই। খবৰ পাই বীৰাংগনাৰূপে শইকীয়ানী আবগাটি আহিল। পিছদিনাই হাজাৰ হাজাৰ মহিলাক একত্ৰিত কৰি পাটছাৰকুছি থানা ঘেৰাও কৰিলে। পুলিচ মহিলাৰ মাজত তাণ্ডব চলিল। পুলিচৰ লাঠিৰ কোবত বহুত মহিলা আহত হ'ল। শইকীযানী নিজেও লাঞ্ছিতা হ'ল। তথাপি থানা দখলৰ চেষ্টা অব্যাহত থাকিল। লাঠিধাৰীৰ লগতে সংগীনধাৰী পুলিচো আহিল। অনেক কৌশল কৰিহে সংগ্ৰাম শিথিল কৰি পেলালে। সেই দৃশ্য অবৰ্ণনীয়। পুলিচৰ বৰ্বৰোচিত ব্যৱহাৰত সকলোৱে স্থবিৰ হৈ পৰিল। আনকি পুলিচৰ লেজুসকলেও এই দৃশ্য দেখি লজ্জাবোধ কৰিছিল। সেই সময়ত তেওঁলোকৰ ওপৰত কৰা পুলিচী অত্যাচাৰৰ নিৰিখ নিৰ্ণয় কৰিব পাৰে একমাত্ৰ ৪২ ৰ স্বাধীনতা যুঁজৰ ইতিহাসে। অসমৰ পুৰণি চামৰ মহিলাৰ মাজত পদ্মশ্ৰী ভূষিতা চন্দ্ৰপ্ৰভা শইকীযানী এতিযাও প্ৰেৰণা এতিযাও জীৱিত।

অসমীযা নাৰী জাতিক মাতৃ জাতিৰূপে প্ৰতিষ্ঠিত কৰিলে এই মহিযসী নাৰী চন্দ্ৰপ্ৰভা শইকীযানীযে অনেক ক্লেশ যাতনা গঞ্জনা সহ্য কৰি। পতিতা নাৰীক ক্লেশৰপৰা উদ্ধাৰ কৰি 'অনাথ আশ্ৰম খুলি সংস্থানৰ পথ মুকলি কৰি দিযাৰ হোত্ৰীও এই শইকীযানী। কিন্তু এইজনা প্ৰগতিশীল নাৰীৰ নাম আজি অসমীযা নাৰী সমাজতেই লুপ্ত হৈ গ'ল। চন্দ্ৰপ্ৰভা শইকীয়ানী আছিল মহিলা শক্তি জাগৰণৰ পুৰোধা।*

*১৯৯১ চনত 'ঘৰুৱা আলোচনীত এই প্ৰবন্ধটো প্ৰথম ওলোৱাৰ পিছতেই ঔপন্যাসিকা নিৰূপমা বৰগোহাঁয়ে 'অভিযাত্ৰী' নামৰ বৃহৎ উপন্যাস এখন লিখি উলিয়ায়। এতিয়াহে আচল চন্দ্ৰপ্ৰভাক জনাৰ সূচল হ'ল।

# আমাৰ ফালৰ দেউল উৎসৱ

আমাৰ বজালী অঞ্চলত দেউল উৎসৱ প্ৰায়বোৰ সত্ৰতে হৈছিল যদিও, গোবিন্দপুৰ দামোদৰীয়া সত্ৰতহে বৰ ধুমধামেৰে হৈছিল। মেলা বহিছিল। দিনত ঢুলীয়া ৰাতি যাত্ৰাগান। চিখৰইথাৰ পথাৰেৰে পোনাই গলে পাটাছাৰকুছিৰপৰা এমাইলমান দূৰ। গোসাইঘৰৰ চাৰিওফালে মনোহাৰী দোকান কাপোৰৰ দোকান মিঠাইৰ দোকান, চাহৰ দোকান বহে। সভাৰ খোলা মানুহেৰে গিজ খাই থাকে। তাত বৰ ভাল দস্তুৰ আছিল— অচিনাকি মানুহক ৰং নিদিযে। তেতিয়াৰ দিনত ৰং মানে ফাকুহে খেলিছিল। শেষৰ 'সুৱেৰী'ৰ দিনাহে পনীয়া ৰং খেলিলেও নিজৰ ভিতৰতহে খেলিছিল। ফাকু খেলৰ আমেজ বেলেগ আছিল।

গোবিন্দপুৰৰ বালি বাবু চৌখুটি মাইনৰ স্কুলৰ মাষ্টৰ। আনফালে ফুটবল খেলৰো ওস্তাদ। শুনিছিলোঁ এক সময়ত গৌৰীপুৰ নে কোচবেহাৰৰ ৰজাৰ টিমৰ প্লেযাৰ আছিল। বুঢ়া কাললৈকে ল'ৰাৰ লগত খেলিছিল ল'ৰাক খেল শিকাইছিল। খেলৰ মৰ্যাদা ৰক্ষা কৰি চলিছিল। বালি বাবু খেলত নামিলে খেলৰ ঠাট অন্য হৈ পৰে। সকলোৱে সন্মান কৰে। এবাৰ এখন খেলত আমাৰ স্কুলৰ ল'ৰা এজনে তেওক বেয়াকৈ ইতিৰ্কিং কৰি কৈছিল। পিছদিনা আমাৰ হেডমাষ্টৰ হৰেন্দ্ৰনাথ শৰ্মাই কথাটো গম পাই ল'ৰাজনক স্কুলৰ আন ল'ৰাৰ সন্মুখতে 'বেত' দিছিল আৰু ল'ৰাজনৰ হতুৱাই 'ক্ষমা খুজি' চিঠি লিখাইছিল। লগে লগে স্কুলতো জাননী দাবি কৰিলে যে খেলত যেন বিপক্ষ দলৰ কালৈকো অশালীন ভাষা ব্যৱহাৰ কৰা নহয়। যেনে কথা তেনে কাম। তোতয়াৰপৰাই সেই নিয়ম সাণ্ডীত নলৰা হৈ আজিও চলি আছে।

বালিবাবুই ফাকু খেলতো আগভাগ লয়। খোল বজাই নাচি নাচি ফাকু খেলত মত্ত হৈ পৰে। তেওঁৰ ৰং চাই আনেও ৰঙীয়াল হৈ উঠে।

গোবিন্দপুৰৰ বেণ্ডপাৰ্টি আমাৰ বজালী অঞ্চলত বোধহয় প্ৰথম আৰু বিখ্যাতো আছিল। প্ৰথম মহাসমৰত যোৱা মিলিটাৰী বেণ্ডমাষ্টৰৰপৰা লেলো বায়নে শিক্ষা লাভ কৰিছিল। সেয়ে মিলিটাৰী কায়দাত 'মাৰ্চ' কৰি বেণ্ড বজাই গৈছিল। দেউলৰ কেইদিন প্ৰহৰে প্ৰহৰে বেণ্ড বজাইছিল। বেণ্ডপাৰ্টিৰ মানুহ কেইজনে মিলিটাৰী পোছাকেই পিন্ধিছিল। বেণ্ডৰ লগে লগে 'মাৰ্চ' কৰি যোৱাত আমাৰ

মন উঠলি উঠিছিল। ঘুটি পৰি চাই আছিলোঁ। সেইবোৰ দেখি মিলিটাৰী হবৰ মন গৈছিল। দাদাৰ লগত দেউল চাব গৈছিলোঁ। ক'ৰবাত হেৰাম বুলি ছাঁটোৰ দৰেই গাতে লাগি আছিল। এবাৰ সুৰুঙা পাই পুটুককৈ গৈ আগৰ শাৰীত থিয় হৈছিলোঁ। দাদাই বিচাৰিছিল যদিও, বেছি দূৰলৈ নগৈ ওচৰতে থিয় হৈ আছিল। মই নিজে নিজেই আকৌ ভুটুংকৈ আহি ওলালোঁ। গোবিন্দপুৰৰ গোসাইসকলৰ প্ৰায়বোৰেই আমাৰ আত্মীয়। দাদাক দেখি ইয়ো মাতে, সিয়ো মাতে— ৰাতি যাত্ৰাগান হব। গান চাই যাব লাগে। প্ৰায়বোৰ ঘৰতেই আলহী ৰাখে। এঘৰৰ আগ্ৰহ দেখি বাধ্য হৈ যাত্ৰা চোৱাতো ঠিক হ'ল। আত্মীয়ৰ ঘৰত ভাত-পানী খাই ৰাতি টোপনিত পৰা সময়ত গান চাবলৈ ওলালোঁ। ৰাতি দহমান বজাতহে যাত্ৰা আৰম্ভ হয়, পুৱে পোহৰ হলেহে শেষ অংক পৰে।

## অশ্লীলতা বৰ্জন

এবাৰ বৰপেটালৈও দেউল চাব গৈছিলোঁ। তাতো কিন্তু অচিনাকি মানুহক ৰং নিদিয়ে। 'সুৰেৰী'ৰ দিনাহে ৰং খেলে। নিজৰ ভিতৰতে ফাকু খেলিলেও আন বাজে ৰঙো খেলিছিল। আটাইতকৈ বীভৎস ৰঙৰ তাণ্ডৱ দেখিছিলোঁ বৰপেটাৰ বাছ ষ্টেণ্ডত। সমূহীয়াকৈ ড্ৰামত পানীয় ভৰাই থয় যাৰ যিমান খুচী গিলাচত বাকে আৰু গিলে। মটৰৰ ইঞ্জিনৰ পোৰা মবিলকে আদি কৰি পেক পানী যি পায় তাকেই গাত ঘঁহি দিয়ে। মুখত অশ্লীল কথা গাত হঁচ নাই।

দুধ-কোঁৱৰৰ মুখতো অবাইচ কথা শুনি বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীৰ গা জিকাৰ খাই উঠিল। তেখেত তেতিয়া বৰপেটা বিদ্যাপীঠৰ অধ্যক্ষ শিক্ষক।

প্ৰসন্নলাল চৌধুৰী বিদ্ৰোহী কবিয়েই নহয় বিদ্ৰোহীও আছিল। ডেকা কালত কলিকতাত পঢ়োঁতে 'অনুশীলন সমিতি'ৰ (Revolutionary Party) সভা হৈছিল। ১৯৫৯ চনত কলিকতাত এদিন মোৰ ঘৰত আলহী হওতে তাহানি দিনৰ পুৰণি কথাবোৰ সোঁৱৰিছিল। তেওলোক তিনি বন্ধুই— দেবেন সেন আৰু জয়কৃষ্ণ ঘোষে কলিকতাৰ কলেজ স্কোৱেৰৰ পূবৰ সোঁফালৰ কোণত থকা তৰুণ হোটেলত আছিল। তাতেই ৰাতি হ'লে গোপন বৈঠক বহে। আনে চান নোপোৱাকৈ ৰাতিতেই ৰিভলভাৰ আমদানি হয়। পুৱে বগা দাঁত ওলোৱাৰ আগতেই সেইবোৰ যথাস্থানলৈ সৰকাই দিয়ে। ৰাজাবাজাৰৰ ওচৰত থকা ফুলবাগানৰ খৃষ্টীয়ান চেমিট্ৰিৰ কাষত ৰিভলভাৰ চলোৱা শিক্ষা লয়। সেই সময়ত ফুলবাগানৰ আশে-পাশে ঘন জংগল। এবাৰ হেনো কোনোবা অচিনাকি মানুহৰ গতিবিধি লক্ষ্য কৰি তাতেই জংগলৰ মাজত ৰিভলভাৰ কেইটা লুকাই থৈ গা ঢাকি আছিল। পিছত আৰু তেওৰ যোৱা নহ'ল। চেগ বুলি বাকী দুই বন্ধুৱে বস্তুকেইটা সৰকালে। তেওৰ

ফাঁকতেই গ'ল। তেওঁ মস্ত চিকাৰিও আছিল। তেও লিখা 'শিকাৰ-নিকাৰ' পঢ়িলেই কেনে পাকৈত চিকাৰি আছিল তাতেই ধৰিব পাৰি।

নীচেই পেনঘুলীয়া ল'ৰাৰ মুখতো অবাইচ কথা শুনি অতিষ্ঠ হৈ কেইবছৰমান পিছত তেখেতৰ নেতৃত্বত বৰপেটাত 'অশ্লীলতা বর্জন' আন্দোলন আৰম্ভ হ'ল। নিজেই গান ৰচনা কৰি স্কুলীয়া ল'ৰাবোৰক লৈ সমদল কৰিছিল।

'গালি এৰা ভাই

গালি এৰা ভাই

চুৰা মাত পাহৰা ভাই

কু কথাই মানুহক

নৰকত দিয়ে ঠাই,

সিপুৰীতো মুকুতিৰ

ভৰসা নাই।'– বুলি গীত গাই গাই বৰপেটা চহৰৰ চাৰিওফালে কেইপাকমান মাৰিছিল। গিৰীশ ৰায়চৌধুৰী, ধনীৰাম তালুকদাৰকে আদি কৰি শিক্ষিত সমাজ তেখেতৰ গুৰিত আছিল। এই আন্দোলনত ফলো ধৰিছিল। এনে নজিৰ বোধহয় আন ক'তো নাই।

# নলবাৰীত লালোদিঙি

সেই সময়ত আমাৰ অঞ্চলত কিতাপৰ দোকান নাছিল। কিতাপৰ মোচনত হাটুৰৈয়ে কিতাপ আনি হাটত বেচে। নিমখ-তেলৰ দোকানতো অৱশ্যে ফলি পেঞ্চিল কাগজ, চিয়াহী দোৱাত কলম নিব আদি খুচুৰা সামগ্ৰীবোৰ পোৱা গৈছিল। কেতিয়াবা শিক্ষকে পাঠ্যপুথি আনি দিয়ে। হাটত কিনিলে লিখা দামৰ ওপৰত 'ডাক মাচুল' বুলি অলপ ওপৰুৱা দুই পইচা চাৰি পইচা দিব লাগে। ধাতু দপ্তৰীৰ দোকানত কেতিয়াবা মৌখিক আৰ্যাৰ কিতাপ,ধাৰাপাত পানীন্দ্ৰ গগৈৰ 'ল'ৰা পুথি' পোৱা গৈছিল। আমাৰ ক্লাছৰ কেইজনমান ল'ৰাই ঠিক কৰিলে যে পইচা তুলি দুজনমান ল'ৰাই নলবাৰীলৈ কিতাপ কিনিবলৈ যাব। অহা-যোৱা খৰচ উঠেলিৰপৰা যাব। এতিয়া যাব কোনে? কোনেওতো আগতে ৰেলত উঠাই নাই। তেতিয়া নলবাৰীত একমাত্ৰ কিতাপৰ দোকান 'দত্ত বৰুৱা কোম্পানী' আছিল। আমি দুজন নে তিনিজনহে ৰেলত উঠা ল'ৰা ওলালোঁ। মই গুৱাহাটীলৈ যোৱাৰ উপৰিও বৰপেটালৈও দেউতাৰ লগত গৈছিলোঁ ৰেলেৰে। এদিন দেওবাৰে দুজন বন্ধুৰ লগত ৰাতিপুৱাই ওলালোঁ। টিহু ষ্টেচনৰপৰা ৰেলেৰে গৈ নলবাৰী পালোঁ। সুধি মিলি নলবাৰীত 'দত্তবৰুৱা কোম্পানী' উলিয়ালোঁ। তেতিয়াও দোকান খোলাই নাই। অলপ সময় ইফাল সিফাল কৰোঁতেই এজন চিকণকৈ কাপোৰ পিন্ধা মানুহ আহিল। আমাক ভালাং ভুলংকৈ ৰৈ থকা দেখি ক'ৰপৰা আহিছোঁ সুধিলে। সকলো কথা বিবৰি কোৱাত বাৰাণ্ডাতে থকা বেঞ্চি এখনত বহিবলৈ কৈ দোকান খোলাৰ দিহা কৰিলে। দোকানৰ দুৱাৰ খুলিলে দুৱাৰমুখত পানী চটিয়ালে, ধূপ ধূনা জ্বলালে। তাৰ পিছত আমাক ভিতৰলৈ মাতি নি কিতাপৰ লিষ্টখন নিলে। গোটেই চাই মিলি কিতাপবোৰ বাচি উলিয়াবলৈ এজন ডেকাক দিলে। হাঁহি হাঁহি আমাৰ নাম-ধাম কোন ক্লাছত পঢ়োঁ ইত্যাদি সকলো সুধিলে যেন অতি আপোনহে। মোৰ নাম কোৱাত ঘপককৈ দেউতাৰ নামো সুধিলে। দেউতাৰ নাম শুনি হাঁহিবলৈ ধৰিলে। মৰম কৰি লাহেকৈ গালত টিকিলা এটা মাৰি দিলে। এনেতে এজন ল'ৰাই তিনি কাপ চাহ আৰু নিমকি বিস্কুত তিনিখন দি গ'ল। ইজনে সিজনে চোৱা চুই কৰিছোঁ, তেখেতে 'চাহ খোৱা' 'চাহ খোৱা' বুলি চাহৰ কাপলৈ আঙুলিয়াই দিলে। ইতিমধ্যে আমাৰ কিতাপবোৰ লিষ্টি মতে মিলাই বান্ধি দিলে। পইচা-পাতি

দিয়াৰ পিছত তিনিওজনকে তিনিখন সৰু পদপুথি– লক্ষ্মী চৰিত, কাণখোৱা, সৰস্বতী বন্দনা উপহাৰ স্বৰূপে দিলে। পিছত ডাঙৰ হোৱাত জানিলোঁ, তেখেতেই গুৱাহাটীৰ 'লয়াৰ্ছ বুক ষ্টল'ৰ মালিক বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা। আমি কিতাপৰ পেকেট দুটা লৈ আহিব ওলাওঁতেই এজন বয়সীয়াল মানুহ আহি দোকানৰ ভিতৰৰ মূল চকীখনত বহিল। তেখেত অহাৰ লগে লগে বাকীবোৰে যেন অলপ সন্ত্ৰম হৈ পৰিল। আগৰজনে মোক দেখুৱাই দি তেখেতক ক'লে– এওঁ পাটাছাৰকুছিৰ চৌধুৰীৰ ল'ৰা। বুঢ়ায়ো মোক ভিতৰলৈ মাতি নি কথা-বতৰা সুধিলে, চাহ খালো নে নাই তাকো সুধিলে। গাড়ী এঘাৰ বজাত সময় বেছি নাই। বুঢ়াই অহাৰ সময়ত তিনিওকে তিনিখন সৰু কেলেণ্ডাৰ দিলে। তেখেতেই হেনো আমাৰ পাঠ্যপুথিৰ প্ৰণেতা হৰিনাৰায়ণ দত্তবৰুৱা। পিছলৈ হৰিনাৰায়ণ দত্তবৰুৱাক আমাৰ অতি আপোনজনৰ দৰেই পাইছিলোঁ।

বহুত বছৰ পিছত মই ক্লাছ টেনত পঢ়োঁতে দাদাৰ বিয়াৰ চিঠি ছপাবলৈ নলবাৰীলৈ গৈছিলোঁ। তেতিয়াৰ দিনত বাছ-তাছ নচলে দ্বিতীয় মহাসমৰৰ সময়। ৰেল আমাৰ ববে নামতহে আছে, বৰ অনিয়ম। গতিকে ৰাতিপুৱাই চাইকেল লৈ গ'লোঁ। আমাৰ ঘৰৰপৰা নলবাৰী পোন্ধৰ মাইল দূৰ। আবেলি আকৌ চাৰি বজাৰ আগতে ৰেল লাইন পাৰ হৈ আহিব লাগিব, নহলে ৰেলপুলিচে হাৰাশাস্তি কৰে।

পুৱা আঠ বজাতেই নলবাৰী পালোঁ। নলবাৰীৰ 'উমা প্ৰেছ' দত্তবৰুৱা কোম্পানীৰেই। তেতিয়া বৰপেটাতো সোণাপতি দেৱশৰ্মাৰ 'সেৱক প্ৰেছ' আছিল। বৰপেটা বেছি দূৰ কাৰণে নলবাৰীলৈকে গ'লোঁ। গৈ দেখোঁ, বুঢ়া এজন বহি আছে। চিঠি ছপোৱা সম্পৰ্কত সকলো কথা-বতৰা হ'ল। বুঢ়াই চিঠিখন পঢ়িয়েই হাঁহিবলৈ ধৰিলে। মই টকা-পইচা দি কেতিয়ামানে চিঠিখিনি পাম বুলি সোধোতেই ধমক মাৰি উঠিল। 'তুমি ইয়াত ক'ত লুংলুংকৈ ঘূৰি ফুৰিবা। চিঠি ছপা হব ভয় নাই, আবেলি লৈ যাব পাৰিবা।

কিন্তু চাৰি বজাৰ আগতেই ৰেল লাইন পাৰ হব লাগিব। নহলে ৰেল পুলিচে হকে-নহকে জুলুম কৰে।"

অলপ পিছতে চাহ বিস্কুট খুৱালে। দুপৰীয়া ভাত খোৱাৰ কথাও সুধিলে। মই নালাগে বুলি ক'লোঁ। আমাৰ গাঁৱৰে দশৰথ ডেকা নামৰ ল'ৰা এজন গৰ্ডন হাইস্কুলত পঢ়ে। তাৰ তালৈ যোৱাৰ কথা ক'লোঁ।

নলবাৰী চহৰখন টিহু পাঠশালাতকৈ অৱশ্যে ডাঙৰ। কিন্তু বৰ লেতেৰা যেন লাগিল। আমাৰবোৰ গাঁৱলীয়া চহৰ আৰু নলবাৰীখন টাউনীয়া চহৰ। ইয়াৰ

আগতে মই কলিকতা, বোম্বাই, পুণা আদি চহৰ চাই আহিছোঁ। বোম্বাই পুণা চোৱাৰ পিছত এইবোৰ চহৰ কিবা আচহুৱা যেন লাগে। কেৱল যুদ্ধৰ আগতে গুৱাহাটীৰ জুবিলী বাগিচাৰ সৈতে পাণবজাৰ, উজানবজাৰ ধুনীয়া আছিল– অসমীয়া পৰিবেশৰ গুৱাহাটী চহৰ। শুক্রেশ্বৰ ঘাটত বহি লুইতৰ বহল বুকুত চকা পাটত বহিলে সেই দৃশ্য অতি মনোৰম আছিল। নিখুঁত শিল্পীৰ তুলিৰে ৰচা কেনভাচ এখন যেন মনতে মচিব নোৱাৰা মনোৰম দৃশ্যপট।

নলবাৰী ৰেল ষ্টেচনলৈ যোৱা বাটৰ কোণটোতেই কেইজনমান মানুহে তাচৰ খেলা খেলি আছে। ডেকা-আদহীয়াৰে ঘেৰ খাই আছে। বেছিভাগেই মজদুৰ শ্রেণীৰ যেন লাগে। এক অনা দিলে তিনি অনা পায়।মানুহৰ ভিৰ দেখি মযো চাইকেলৰপৰা নামি কি হৈছে চাব ধৰোঁতেই খেলৰ আচৰৰপৰাই মাত দিলে "চাওক এক অনাত তিনি অনা। যিয়ে ধৰে সিয়ে পায়। মোৰো মনটো কুমলিল। ভাগ্য পৰীক্ষা কৰিবলৈ মন গ'ল। এক অনাৰ খেল খেলো বুলি জেপত হাতখন ভৰাইছোঁহে, এনেতে বৰ চিকণকৈ খদ্দৰৰ ধুতি পাঞ্জাবী পিন্ধা ওখ পাখ মানুহ এজন কাষেৰে পাৰ হৈ যোৱা যেন পালোঁ। মানুহজনে পিছলৈ ঘূৰি চাই 'তুমি ইয়াত কি কৰিছা বুলি ধমক দিয়াৰ সুৰত সুধিলে। মই আমতা আমতি কৰি ক'লো "কি খেল তাকেই চাইছোঁ। খেলখেলি থকা ল'ৰাখিনি চকা চৰাই ভঙা দিলে। মোৰ হাতখনত থাপ মাৰি ধৰি এটাৰ পিছত এটাকৈ প্রশ্নৰ বান মাৰিলে—নাম কি ক'ৰপৰা আহিছোঁ ক'ত পঢ়োঁ ইত্যাদি। মোৰ বুকুখন ধপধপাব ধৰিলে। চকুৰে সৰিযহ ফুল দেখা যেন লাগিল।

নাম-ধাম কোৱাত ঘপককৈ দেউতাৰ কথা সুধিলে। তেতিয়াহে মই লাজতে মৰি যোৱা যেন হ'লো। মোক লগত লৈ গ'ল। এখন দোকানত বহুৱাই চাহ-মিঠাই খুৱালে। দেউতাই নলবাৰীত পঢ়োঁতে হেনো তেওক সৰুতে ঘৰত পঢ়ুৱাইছিল। তেৱেঁই নলবাৰীৰ বিশিষ্ট কংগ্রেছ কর্মী প্রভাত নাৰাযণ চৌধুৰী। পিছত বিধাযক হৈ থকা কালত বৰ ঘনিষ্ঠভাৱে বহুতবাৰ লগ পাইছিলোঁ। আনকি সৌ সিদিনা ছাত্র আন্দোলনৰ ভৰপকতে তেখেতৰ বৰপুত্র ছাত্র আন্দোলনৰ লাই খুঁটা প্রসন্নলালক ভেলোৰৰপৰা ঘূৰি আহোঁতে কলিকতাত আমাৰ তত্বাৱধানতে থাকি অসমলৈ আহিল। সেই ছাত্র নেতাজনৰ মৰণ কাললৈকে দেশৰ প্রতি থকা প্রেম-অনুভূতি কথাই কামে প্রকাশ পাইছিল।

তেওঁৰপৰা কোনোমতে উদ্ধাৰ পাই গর্ডন স্কুলৰ হোষ্টেললৈ বুলি গ'লোঁ। আলিৰপৰা হোষ্টেলৰ হাউলিত সোমোৱা বাটতে বগা লংপেন্ট পিন্ধা মস্ত গুফীয়াল

মানুহ এজন থিয় হৈ আছে। মোৰ ফালে কেৰাহিকৈ চোবাত তাতেই চাইকেলৰপৰা নামিলোঁ। ক'লৈ যাম, কাক লাগে ইত্যাদি প্ৰশ্নৰ বান মাৰিলে। হোষ্টেলৰ দশৰথ ডেকাৰ কথা ক'লোঁ। "ডেকা এতিয়া নাই, গুলাই গৈছে।" বুলি ঘপহকৈ কৈ থলে। মোৰ নাম-ধাম সুধিলে। শুনি হাঁহিটো মাৰি 'অ চৌধুৰীৰ ল'ৰা, আহা আহা" বুলি কৈ তেওঁৰ থকা ঘৰলৈ মাতি লৈ গ'ল। মনতে ভাব হ'ল, আকৌ কিবা লেঠাতহে পৰিলোঁ।

প্ৰায় এঘণ্টামান বহিলোঁ। নানা ঘৰুৱা কথা-বতৰা হ'ল। এজন ল'ৰাই এলোটা পানী আনি দিলে হাত মুখ ধুবলৈ। "এতিয়া কেঁৰা দুপৰীয়া ক'লৈ যাবা। বহা অলপ জলপানেই খাই লোৱা। মোৰ ৰান্ধনী ল'ৰাজনো নাই। আজি মই ঘৰত অকলেহে। আটায়ে কুৰ্মা খাবলৈ গ'ল। পাকঘৰত ঠাই অকণমান সুন্দৰকৈ মচি-কাচি পীৰা-পানী দিয়া আছে। এবাটি বকা চাউল (কোমল চাউল) দৈ আৰু মালভোগ কল লগতে অলপমান চিনিও দিলে। তেওঁ জোতা পিন্ধি আছিল কাৰণে পাকঘৰৰ বাৰাণ্ডাতে মূঢ়া এটাত বহিল। মই মন্ত্ৰমুগ্ধৰ দৰে হৈ তলমূৰ কৰি বকা চাউল খাই উঠিলোঁ। এখেত হ'ল গৰ্ডন স্কুলৰ হেডমাষ্টৰ মণিৰাম দাস, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ মুৰব্বী অধ্যাপক ড° হৰিপ্ৰসন্ন দাসৰ দেউতাক। তেখেত দেখাত ৰূঢ় যেন লাগিলেও, অন্তৰখন যে কিমান কোমল, সন্ত লোক তাক বুজাম কেনেকৈ?

দশৰথ আহিল। তাৰ তাত জিৰাই-সতাই বেলি হলাৰ লগে লগে দুয়ো গুলাই আহিলোঁ।

গৰু ঘৰমুৱা হবৰ হ'লেই। কোনোমতে বেলি ৰঙা পৰাৰ আগে আগেই উমা প্ৰেছৰপৰা চিঠিখিনি লৈয়ে ৰেললাইন পাৰ হোৱাৰ চিন্তা আহিল। উধাই-মুধাই চাইকেল চলালোঁ। ৰেল লাইনৰ ক্ৰছিংটো পোৱাৰ আগতে সোঁফালে এখন ছনবাৰী। বাঁহনিৰ সুৰুঙাৰে দেখিলোঁ মিলিটেৰী কেইজনমানে 'মাৰ্চ' কৰি গৈ আছে। এতিয়াহে মৰিলোঁ। ক্ৰছিঙৰ কাষ পাওতে দেখো তাঁহাত পাৰ হৈ অলপ দূৰ পাইছে। সেই ফাকতে ৰেললাইন পাৰ হৈ গ'লো। নতুন ৰেলী চাইকেল সনসনাই গৈছোঁ। বাটত দুই-এঠাইত গৰুৰ পাল পাইছোঁ। লাহে লাহে কাণি-এন্ধাৰ হ'ল। বৰমা পাও পাওঁ হৈছোঁ এনেতে আগৰ চকাৰ পাম্প নাইকীয়া হ'ল, ফুটিল। আকৌ এক সমস্যাত পৰিলোঁ। বৰমালৈ বেছি দূৰ নহয়, খোজ কাঢ়ি গৈ পাম, কিন্তু ঘৰলৈ আকৌ ছয় মাইল। বৰমাত তেনে একো দোকান-পোহাৰ নাই। এখননে দুখন চালিত পতা চাহৰ দোকান আৰু এখন বৰপেটীয়া বেপাৰীৰ গোলা। তেতিয়া বৰমা কেবল জনাজাত হৈছিল বি কে ভাণ্ডাৰীৰ 'বৰমা আশ্ৰম'ৰ বাবেহে।

## ভাওৰীৰ আশ্ৰম

বৰমাখন ঘাইকৈ জনজাতীয় লোকৰ বাসস্থান। বি কে ভাওৰী মাংগালোৰৰ মানুহ। একনিষ্ঠ কংগ্ৰেছ কৰ্মী আছিল। ৰাজা গোপালাচাৰী, পট্টভি সীতাৰামায়া আদি প্ৰবীণ স্বাধীনতা সংগ্ৰামীসকলৰ লগত ভেলোৰ জেলত একেলগে আছিল। মহাত্মা গান্ধীৰ সচিব মহাদেৱ দেশাইৰ সহকৰ্মী হৈ কিছুদিন থাকিল। পিছত এ ভি ঠক্কৰৰ পৰিচালিত 'হৰিজন সেৱক সংঘ'ৰ কৰ্মী হিচাপে কাম কৰিবলৈ লয়। সাময়িকভাৱে 'হৰিজন' কাকততো কাম কৰিছিল। মহাত্মা গান্ধীৰ নিৰ্দেশত আৰু ঠক্কৰ বাপাৰ অনুৰোধত ১৯৩৬ চনত অসমৰ জনজাতিৰ মাজত সেৱা আগবঢ়াবলৈ অসমলৈ আহিল। অসমৰ নেতৃস্থানীয় লোকসকলৰ লগত আলোচনা কৰি বৰমাতে তেওঁৰ মুখ্য কৰ্মস্থান বাসস্থান বাচি ললে। তেওঁৰ একমাত্ৰ সহকৰ্মী হ'ল পাঠশালাৰ একনিষ্ঠ সমাজ সেৱক, গান্ধীবাদী ডা জিনাৰাম দাস। জনজাতিৰ মাজত শিক্ষা চিকিৎসা বাট-পদূলি ঠিক কৰা খোৱা পানীৰ ব্যৱস্থা কৰা আদি সকলো দিশতেই দুয়োজনে চকু দিছিল। প্ৰথম অৱস্থাত পুৰণি ৰক্ষণশীল কু-প্ৰথাবোৰ আঁতৰাবলৈ যথেষ্ট আহুকাল পাব লগাত পৰিছিল। পিছত হাতে কামে কৰি দেখুওৱাত কিছু পৰিমাণে মানি লৈছিল। মাজে সময়ে অবুজনক বুজাবলৈ স্থানীয় ডেকা ধৰণীধৰ বসুমতাৰী (সংসদ সদস্য) আৰু সুৰেন দাসক (বিধায়ক) লগত লৈ গৈছিল। তেতিয়াৰ দিনৰ মজাৰ মজাৰ কাহিনীও শুনিছিলোঁ।

এদিন ডাক্তৰে এখন গাঁও পৰিদৰ্শন কৰিবলৈ গ'ল। লগত গৈছিল ডেকা ল'ৰা সুৰেন দাস। গাঁৱৰ ৰাস্তাৰ দুয়ো কাষে জংগল। গড়খাৱৈত পানী ভৰি আছে। বাটৰ দুয়ো কাষত কচু ঢেকীয়া গজি বাটটো প্ৰায় মাৰি পেলাইছে। লুংলুঙীয়া বাট এটাহে দেখা গৈছে। এনেতে এজন আদহীয়া মানুহ আহি ডাক্তৰক তাৰ ঘৰলৈ মাতিলে। তাৰ সৰু ল'ৰাটোৰ আজি প্ৰায় এমাহে জ্বৰ, মৰ-কুচীয়াই পালে। বহুত জাৰ-ফুক কৰিলে আই কেঁচাই খাইতীক পূজাও দিলে, একোতে ফল ধৰা নাই। শনিবাৰে পানী জাৰি গাঁও ধুৱালে ক'তো একোতে ফাফা নাই।

ডাক্তৰে বেমাৰীৰ ঘৰলৈ পোনেই খোজ ললে। বাটত যাওতে মানুহজনক সুধিলে, 'তোমালোকে বাটৰ কাষৰ কচু-ঢেকীয়াবোৰো কাটি চাফা কৰিব নোৱাৰা নে? তোমালোকৰ ঘৰৰ চাৰিওফালে গজা জংগলখিনিও কাটি পেলাব নোৱাৰা?'

"কি কৰিম বাপু! এটু ভাওৰী বাপুৰহে কাম। ভাওৰী বাপুই আহি কাটি দি গৈছিল। বহুত দিন হল সি আহাই নাই।'

ডাক্তৰে আৰু কি মাতিব।

সিহঁতৰ ঘৰবোৰত কোনো খিৰিকি বা তেনে কোনো সুৰুঙা নাছিল। সুৰুঙাৰে

ভূত সোমাব পাৰে বুলি বেৰ লিপি-পুচি সুকঙাৰে এক জলক পোহৰো ভিতৰলৈ যাব নোৱাৰা কৰিছিল। আনকি দুৱাৰৰ ওপৰত বেতৰ কাঁইট, বিহলঙনী বান্ধি থৈছিল। ভাণ্ডাৰীয়ে বুজাই-বঢ়াই বেৰৰ দুই-এডাল বতা কাটি পোহৰ সোমাব পৰা কৰিছিল। এই কাম কৰোঁতে বহুত বাধা পাইছিল। দুই কাণ্ডাৰীয়ে সকলো কামতে সহায় কৰিছিল।

ডাক্তৰে তাক দাখন আনিব দিলে। "তোৰ বেমাৰী চাম। বেমাৰীক ভাল কৰি দিম। তই আগতে ঘৰৰ কাষৰ কচু-ঢেকীয়াখিনি কাটি আহ। বেমাৰৰ দেৱতা এই কচুৰ তলতে লুকাই থাকে।'

বেমাৰৰ দেৱতাই তাকো ধৰিব পাৰে বুলি এতিয়া ভয়তে কচু কাটিব নোখোজে। ডাক্তৰে গৈ প্ৰথমে হাত লগালে। তেও মিছাও মন্ত্ৰ মাতি হদ বান্ধি দিলে। সেই হদৰ ভিতৰৰ কচু-বন কাটি মাটিখিনি পৰিষ্কাৰ কৰালে।

ডাক্তৰে হাত ধুই বেমাৰীক ঘৰৰ ভিতৰৰপৰা উলিয়াই আনি চোতালত চাব ধৰিলে। দেখি মূৰে-কপালে হাত দিলে। গলটো নিতৌ জাৰি-ফুকি জাপ বান্ধোতে বান্ধোতে গলে মূৰে সমান হ'ল। ডাক্তৰে জাপ সপাকেই কাটি পেলালে। দেখি হৰি বিৰি চিন্তিলে সেই জাপৰ মাজত এডাল চেলাই বাহ লৈছিল। ৰাতি হলে চেলাই কামুৰিলে টিৰিং বিৰিংকৈ আতাহ পাৰি উঠে। তাৰ বিষতে জ্বৰ। তেও গলৰ ঘা টুকুৰা ধুই-মেলি ঔষধ লগাই দিলে। তাতে আৰু জাংথাই বেমাৰ শুকাই-খীণাই পয়া লগা যেন হৈছে। তাৰাং তুৰুংকৈ হাগি থাকে। ডাক্তৰে চাই-মিলি সাতে পাঁচে খোৱা ঔষধো দি তিনিদিন পিছত ডাক্তৰখানালৈ লৈ যাবলৈ ক'লে।

'ডাক্তৰ বাপু, ইযাৰ পূজা ধেন ভালকে দিবি আৰো।' বৰ সৰল চিত্তে বুঢ়াই ক'লে।

হব যা। মই তাতেই ডাক্তৰখানাতে পূজা দিম। তই চিন্তা নকৰিবি। আজিৰ পৰাই ভূত পলাল।"

তেতিয়াৰ দিনত পৰিস্থিতি চাইহে চিকিৎসা কৰিব লগা হৈছিল।

এনেকৈয়ে ভাণ্ডাৰী আৰু ডাক্তৰে জ্ঞানৰ পোহৰ বিলাইছিল। গোটেই জীৱনটোৱে ভাণ্ডাৰী অসমত থাকি অসমীয়া সমাজ-সংস্কৃতিৰ মাজত মিলি অসমীয়া হৈ গ'ল। আনকি হাড় কেইডালো অসমৰ মাটিতেই থলে।

ভাণ্ডাৰীক কেবাবাৰো লগ পাইছিলোঁ। মোৰ মাজু ভিনিহিদেউ নমাটিৰ বামুণবাড়ি সত্ৰৰ লক্ষীকান্ত গোস্বামী কংগ্ৰেছ কৰ্মী, ভাণ্ডাৰীৰ অতি আপোনজন আছিল। ভিনিহিদেউ কংগ্ৰেছ কৰি সা-সম্পত্তি সকলো খেদালে, জেল খাটিলে। স্বাধীনতাৰ পিছতো খুজি-মাগিহে চলিব লগা অৱস্থা হ'ল। বৰ বৰ নেতাসকলে

চিনি নোপোৱাৰ ভাও জুৰিলে। আজি ভাণ্ডাৰী নাই কাৰণে স্বাধীনতা সংগ্ৰামীৰ তালিকাতো নামটো তালিকাভুক্ত নহ'ল। বহুতদিন পিছত নামটো সোমাইছিল যদিও তেওঁ কোনো নেতাৰ ওচৰ নাচাপিল।

ভিনিহিদেউৰ লগত ভাণ্ডাৰী আমাৰ ঘৰলৈ এবাৰ আহিছিল। আমাৰ স্কুললৈও মাজে সময়ে অহা দেখিছিলোঁ। হেডমাষ্টৰ হৰেন্দ্ৰনাথ শৰ্মাৰ লগত বিশেষ বন্ধুত্ব আছিল। এবাৰ 'বৰমা ছাত্ৰ সম্মিলন'ৰ সভাপতি কৰি হেডমাষ্টৰক লৈ গৈছিল। ভাণ্ডাৰীৰ নিৰ্দেশত। 'হৰিজন সেৱক সংঘ'ৰ অধ্যক্ষ এ ভি ঠক্কৰ এবাৰ বৰমা আশ্ৰমলৈ আহিল। খবৰ পাই হেডমাষ্টৰে আমাৰ স্কুললৈ আমন্ত্ৰণ জনালে। ঠক্কৰ বাপাক ভাণ্ডাৰীয়ে লৈ আহিল। সেই সময়ত সমগ্ৰ ভাৰতবৰ্ষতেই খৰ হৈছিল। বৰষুণ নাই, খেতিয়কে খেতি কৰিব পৰা নাই। কিন্তু এমাহমান আগতে টুৰপীযাকৈ আমাৰ এইফালে বানপানী হৈ গ'ল। এতিয়াহে খৰে পালে।

কালদিয়া নদীত তেতিয়া বাঁহৰ দলং আছিল। সৰু-সুৰা বানপানীত দলং টিকি থাকে, ডাঙৰ হলেহে বিপদ। পাৰাপাৰ হোৱা বন্ধ কৰি দিয়ে। তাতে আকৌ বৰপেটীয়া বেপাৰীয়ে নাও লৈ ভটিযাই আহিলে দলঙত বাজি থাকে। এদিন বা দুদিন ৰ'ব লাগিলেই সিহঁতৰ গাৰ ফৰফৰণি উঠে। বৰপেটাৰ কাছাৰিটো যেন সিহঁতৰ নিজৰহে। বৰ হাকিমৰ হুকুমত নাও যাব পৰাকৈ কালদিয়াৰ দলঙৰ এফাল কাটি দিয়ে। নাওবোৰ পাৰ হয় কিন্তু ৰাইজৰ ইপাৰ সিপাৰ হোৱাৰ পয়মাল কুলাই পাচিয়ে নধৰা হয়। আকৌ খৰালি পৰিলেহে দলং দিয়াৰ দিহা কৰে। মাৰ নাওত গাড়ী-ঘোঁৰা পাৰ হয়, চুচি নাওত মানুহ। ঘাটৰ ঘাটুৰৈ আছিল পিঠাগুৰীয়া। বহুতে 'মহলা খোৱা' বুলিও মাতিছিল। ঘাটৰ বাহৰত নাও-বাইচা দুজনমানৰ লগত কানিৰ খোলাত বহিলে 'সাত ৰজাৰ চাউল খায়'। কাক ৰজা পাতে কাক ভাঙে তাৰ ঠিক-ঠিকনা নাই। এজন দুজন মানুহ হলে ঘাটৈৰে গা নলৰে। আমি ল'ৰাবোৰৰ কথাতো গেন্দেহে নকৰে। ঘাট পাৰ হবলৈ এপৰ লাগে।

গৰকাপ্তানি বিভাগৰ মুকুন্দ মহৰী বেছ বুজৰ মানুহ আছিল। কামতো পাৰ্গত। সামাজিক কামতো আগভাগ লয়। দেউতাহঁতৰ পাখা খেলৰো সংগী। স্কুলীযাবোৰৰ যাতায়তৰ পয়মাল দেখি দলঙৰ কটা অংশত মজবুতকৈ এখন সাঁকো সজাই দিলে। আমি স্কুলীয়াবোৰে ঘাটৈক ঘেঙাই থাকিব লগা নহ'ল। আটাইৰে সুবিধা হ'ল। ভাণ্ডাৰী আৰু ঠক্কৰ বাপা ভাণ্ডাৰীৰ 'চিডান বডী'ৰ গাড়ীখনতে ভো-ভোকৈ আহিল। দলঙৰ মুখতে হেঙাৰ দেখি নদীৰ পূব পাৰতেই গাড়ীখন থৈ হনহনকৈ খোজ কাঢ়ি দলঙৰ ওপৰেদি পাৰ হৈ স্কুল পালে। মিটিং ৰাতিপুৱা সাত বজাতেই দহ বজাত চুটি হ'ল। মিটিঙত ঠক্কৰ বাপাই ইংৰাজীত কৈছিল আৰু নিমিষতে

হেডমাষ্টৰে অসমীয়াত তৰ্জমা কৰি গৈছিল। কথাবোৰ শুনি বৰ ভাল লাগিছিল। ঠক্কৰ বাপাৰ তেজে ফুটু ফুটু কৰে চেহেৰা মূৰত বগা গান্ধী-টুপী, গাত শুভ্ৰ খদ্দৰৰ পোছাক। দেখিলেই মূৰ দো খাই যাব খোজে।

মিটিঙৰ শেষত তেওঁলোক যাব আহিল, আমি কেইজনমানে তেওঁলোকৰ পাছে পাছে আহি আছোঁ। দলং পাৰ হৈ তেওঁলোকে গাড়ীত উঠিল। কিন্তু গাড়ী নচলে, কিবা বিজুতি ঘটিল। ভাণ্ডাৰীযে কেবা পাকো হেন্দেল ঘূৰালে, নাই, ইঞ্জিনৰ কোনো সাৰি- শবদ নাই। "ঠেলি দিম নেকি?" – বুলি সুধিলোঁ। ভাণ্ডাৰীযে হাঁহিটো মাৰি "অ বাব্ দিয়াচোন" বুলি সম্মতি জনালে। আমি আটাইকেইজনে 'হুচ' কৰি ঠেলি দিলোঁ। গাড়ী চলিল। গাড়ী ৰাখি মোৰ নামটো সুধিলে। ঠক্কৰ বাপাই তেওঁৰ গলত থকা ফুলৰ মালাডাল মোৰ গলত পিন্ধাই দিলে। ভাণ্ডাৰীৰ ডালো এজনক দিলে। আমি তিনিজনহে সেইফাললৈ যোৱা আছিলোঁ। আমাক গাড়ীত তুলি লৈ গৈ আমাৰ বাটৰ আগত নমাই দিলে। দেউতাৰ খবৰো সুধিলে। ভাণ্ডাৰীক সেইদিনাহে অতি ওচৰতে পাইছিলোঁ। তাৰ পিছত ১৯৩৭ চনত নেহৰু আহোঁতে পাঠশালাত দূৰৈৰপৰাই নেহৰুক চকামকাকৈ দেখিছিলোঁ। হাজাৰ হাজাৰ মানুহ, সন্ধীয়া পেট্ৰমাক্স লাইটৰ পোহৰত দূৰৈৰপৰা কেনেকৈনো ভালকৈ দেখিম! নেহৰু ৰাতি বৰমা আশ্ৰমতেই থাকিল। পিছদিনা ৰাতিপুৱা সাত বজাতেই মিটিং। দেউতাই পাটাছাৰকুছিৰ নবীন শৰ্মাৰ সৰু বাছখনকে ঠিক কৰিলে। দোকমোকালিতে আমাক লৈ গ'ল। মিটিঙলৈ অলপ সময় আছিল, সেয়ে পোনেই আশ্ৰমলৈ গ'লোঁ। ৰাস্তাত তেতিযাই মানুহৰ ভিৰ। আশ্ৰমত ভাণ্ডাৰীক পালোঁ, নেহৰুকো ওচৰৰপৰাই দেখিলোঁ। ঘড়ীৰ কাটাক কাটাই সাত বজাতেই মিটিঙো আৰম্ভ হ'ল।

ভাণ্ডাৰীৰ প্ৰথম পত্নী মেলেৰীয়া ৰোগত ভুগি ১৯৩৯ চনত বৰমাতেই শেষ নিশ্বাস ত্যাগ কৰিলে। পত্নী বিয়োগৰ বাতৰি পাই মহাত্মা গান্ধীয়ে মাতি পঠালে। তাতে কিছুদিন থাকি মানসিক প্ৰস্তুতি লৈ আকৌ জনজাতিৰ মাজত নিজকে বিলাই দিলে। গান্ধীৰ নিৰ্দেশতেই দ্বিতীয়বাৰ বিবাহ বন্ধনত সোমাল।

১৯৪৫ চনৰ মাজভাগৰ কথা। ভাণ্ডাৰী দম্পতি লগত এটি কেঁচুৱা লৈ মাংগালোৰৰপৰা আহি কলিকতাত হলিৰাম ডেকাৰ ঘৰত আলহী হ'ল। সেইসময়ত ডেকা পৰিয়াল আমাৰ বাবে বিপদত ত্ৰাণ কৰ্তা থেকে ৰেথেকে আশ্ৰয়দাতা। ডেকা পৰিয়াল তেওঁলোকৰো অতি আপোন। ডেকাৰ ঘৈণীয়েক চান্দকুছীয়া মল্লবুজৰ বৰুৱা বংশৰ হলেও বৰ সাদৰি আছিল। কলিকতাত থাকিও তাত তাঁতশাল বই অসমীয়া মাতৃৰ আভিজাত্যৰ মৰ্যাদা ৰক্ষা কৰিছিল। ইঘৰ সিঘৰৰ খা খবৰ ৰাখিছিল

ডেকাৰ ঘৈণীয়েকে তেওঁলোকক জোঁৱাই-জীক আদৰা দি আদৰিলে। কেঁচুৱাটোকো নাতিৰ দৰে যতন লৈছিল। তিনিদিনমান তেওঁলোকৰ ঘৰত থাকি আকৌ 'অসম মেইলে'ৰে অসমলৈ আহিল। ডেকাৰ ঘৰতেই অতি অপোনভাৱে ভাগুৱী দম্পতিক পাইছিলোঁ। ভাগুৱীযে কলিকতাত মোক লগত লৈযে ইফালে সিফালে ঘূৰিছিল। এতিয়া অৱশ্যে ভাগুৱী পৰিয়াল আমাৰ আত্মীয়ৰ শাৰীতেই।

মৰসাহ কৰি বৰমা আশ্ৰমত সোমালোঁ। লাংলাৰ মুখৰ খৰিকাবাৰী গুচাওঁতে জনজাতিৰ মানুহ এজন পালোঁ। ভাগুৱীৰ কথা সোধাত ভিতৰলৈ যাব ক'লে। বাৰাণ্ডাতে লেমৰ পোহৰত কিবা পঢ়ি আছিল। মোৰ বিপদৰ কথাটো কবহে পালো, মুখেৰে একো নামাতি পোনেই লেমটো হাতত লৈ গাড়ী থোৱা গেৰেজলৈ গ'ল। গেৰেজৰপৰা এখন সৰু মোনা লৈ আহিল। লেমৰ পোহৰতেই চাইকেলৰ টায়াৰটো খুলি টিউবটো বাতি দিলে। মই ভাবিছিলোঁ সা-সৰঞ্জাম পালে নিজেই বাতি লম। নহলে চাইকেলখন তাতেই থৈ কাৰবাৰ বেলেগ চাইকেল পালে তাকেই লৈ আহিম। ভবা কথা ভবাতেই থাকিল। কথা ক'বলৈকে সুৰুগুাই নাপালোঁ। মই থৰ হৈ থাকিলোঁ। ধন্যবাদ জনাবলৈও মুখত কথা নুফুটা যেন হ'ল। নমস্কাৰ কৰি আহিব ওলাওঁতেই নাম-ধাম সুধিলে। ইতিমধ্যে চাহৰ হুকুম দিছিলেই। চাহ খাওঁতেহে খা-খবৰবোৰ লব ধৰিলে। অহাৰ সময়ত টৰ্চ লাগিব নেকি বুলি সুধিছিল। "নাই নালাগে, আকাশত কাঁচিজোন উঠিছে। সাজ লাগিছেহে, সোনকালে গৈ পাম।' বুলি কৈ বিদায় মাগিলোঁ।

এইজন ব্যক্তিয়েই সমগ্ৰ অসমতে জনজাতিৰ মাজত সমাজ সেৱাৰ আলোকপাত কৰিছিল দিকদৰ্শক আছিল। সেই ভাগুৱীৰ জনজাতি সেৱাৰ আশ্ৰম আজি নাই বুলিলেই হয়। চাইবোৰ্ডখনহে ওলমি আছে। ডাঃ শৰৎ ভাগৱতীযে ভাটি বয়স পাৰ হৈ দেহাই টানিব নোৱাৰা হোৱা অৱস্থাতো হাল ধৰি আছে। ৰাইজৰ সেৱা কৰিছে। চৰকাৰৰ কাণসাৰ নাই। সেয়ে আশে-পাশে ইংৰাজী শিক্ষাৰ প্ৰতিষ্ঠান কেএৰা বন গজাদি গজিব ধৰিছে। সিহঁতৰ নিজৰ নিজত্ব হেৰুৱাই পশ্চিমীয়া সংস্কৃতিক আঁকোৱালী লোৱাৰ মূৰ ধৰিছে, যেন ভাৰতীয়ত্বৰ মূল হেৰাই যোৱাৰ উপক্ৰম।

বুঢ়া-বাথাৰ মুখতেই ভাগুৱীৰ সেৱাৰ কথা কিংবদন্তিৰ দৰে আছে। তেখেতৰ ত্যাগৰ স্মৃতি ৰক্ষাৰ্থে আজিৰ যুগৰ ৰাইজে— চৰকাৰে কিবা কৰিছে নে নাই সি আমাৰ অবিদিত।

# বজালীৰ ডি আই

আমি সৰুতে ডি আই উপাধিধাৰী বিষয়া দুজন পাইছিলোঁ। শিক্ষা বিভাগৰ ডি আই বহুত আহিল আৰু গ'ল, কিন্তু ডি আই উপাধিৰে ভূষিত বিশেষভাৱে এই দুজনকে আমাৰ অঞ্চলত বুজায়। এজন হ'ল বৰপেটাৰ সৰ্বানন্দ (দাস) ডি আই আৰু আনজন হ'ল নলবাৰী অঞ্চলৰ চান্দকুছি গাঁওৰ চিত্ৰমল্ল (বুজৰবৰুৱা) ডি আই। শান্তপাল দাস, কবি মহন্ত, দেবেন ভট্টাচাৰ্য, ৰজনী গোস্বামীকে আদি কৰি বহুত ডি আই আহিল আৰু গ'ল। কিন্তু ডি আই বুলিলে পুৰণিখিনিৰ মাজত এই দুজনহে জনাজাত। প্ৰায়বোৰ ডি আই আমাৰ এইফালে আহিলে আমাৰ ঘৰতেই আলহী হৈছিল। এদিন আবেলি সৰ্বানন্দ ডি আই আমাৰ ঘৰলৈ আহিল। চাহ-জলপান খাই গ'ল। ৰাতি থাকিল পাটাছাৰকুছিৰ ডাক বঙলাত। ৰাতি আমাৰ ঘৰতেই ভাত খোৱাৰ কথা ক'লে। তেওঁ লগে লগেই কৈ উঠিল, "আজি নালাগে। মই এতিয়া স্কুল পৰিদৰ্শনত আহিছোঁ। দুৰ্গা পূজাত ঢুলীয়া, যাত্ৰাগান চাবলৈ আহিম। তেতিয়ালৈ এই নিমন্ত্ৰণ সাঁচি ৰাখিলোঁ।"

পাটাছাৰকুছিৰপৰা পোনেই বৰপেটালৈ যোৱাৰ কোনো গাড়ী-ঘোঁৰা নাই। পাঠশালাৰ উপেন্দ্ৰ দৰ্জীৰ খেৰখেৰীয়া মটৰখন কেতিয়াবা দাৰোগা বাবুৰ হুকুমত আহি চৰকাৰী চাকৰিয়াল বা পুলিচৰ বিষয়াক লৈ যায়। এই নিয়মতে মটৰ আহিল। ঘৰৰ কাষলৈ মটৰ আহিব দেখি মোকো দেউতাই বৰপেটালৈ যোৱাৰ কথা ক'লে। সেইবাৰ মই অকলে যাম। মই তেতিয়া দ্বিতীয়মান শ্ৰেণীত পঢ়োঁ।

ৰাতিপুৱাই পিন্ধি-উৰি ওলালোঁ। দেউতাই পাটাছাৰকুছিত মটৰত তুলি দিলে। ড্ৰাইভাৰ সভা চাহাবক মোক সমজাই দিলে। ডি আই ড্ৰাইভাৰৰ কাষৰ চিটতেই বহিল। তেওঁ খাকী ৰঙৰ 'হাণ্টিং ছুট' পিন্ধিছিল আৰু মূৰত চাহাবী টুপী। ডি আইয়ে মোক মৰম কৰি ক'লে "তোমাক আমাৰ ঘৰতেই ৰাখি থম। মোৰ সৰু ল'ৰাৰ লগত খেলি থাকিব পাৰিবা।"

পাঠশালা পাইছোঁ। এজন মানুহে কেইটামান তামোলৰ পুলি আনি তেওঁক দিলে। মটৰৰ ওপৰত তুলি ভালকৈ বান্ধি দিব ক'লে। "ছাৰ, গোন্ধৰ-বিশটামানহে দিলোঁ। ভাল পুলি নাছিল। পিছত বিচাৰি-খোচাৰি আৰু পঠাই দিম।"

"হব বাৰু এতিয়া। পিছে কিমান পইচা?"

"নাই, নালাগে ছাৰ। ঘৰৰেই বস্তু ছাৰ।"

"পইচা নললে নালাগে, নিনিওঁ। মোক ভেটী দিব খুজিছা"– বুলি ধমক মাৰি উঠিল।

মানুহজন প্ৰাইমাৰী স্কুলৰ শিক্ষক। চাকৰিত হেনো কিবা খুঁত লাগিছে। সেয়ে

মন জয় কৰিবলৈ ইমান খাতিৰ! মানুহজনে আমতা আমতি কৰিব ধৰিলে। শেষত সামান্য হলেও পইচা লবলৈ বাধ্য হ'ল। ডি আই. হেনো শিক্ষকৰ প্ৰতি দয়ালু আছিল।

বাছত মানুহ ভৰি পৰাত ডি আইৰ কাষতে মই কুচি-মুচি বহিলোঁ। বৰপেটা পোৱাত তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। জলপান খুৱাইহে লওৱা এজনৰ লগত সত্ৰাধিকাৰৰ ঘৰলৈ পঠাই দিলে।

সৰ্বানন্দ ডি আই বৰপেটাৰ নামী পৰিয়ালৰ মুখীয়াল। এম চি কলেজৰ প্ৰাক্তন অধ্যক্ষ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ চিদানন্দ দাসৰ দেউতাক।

দ্বিতীয়জন ডি আই হ'ল ধুতি পিন্ধা ডি আই.। চিত্ৰমল্ল বুজৰবৰুৱা চান্দকুছিৰ বিখ্যাত মল্লবুজৰবৰুৱা বংশৰ। তেজে ফুটু ফুটু কৰে ৰাজকীয় চেহেৰাৰ। খোজে-কাটলে বুজৰবৰুৱা বংশৰ আভিজাত্যৰ চাপ আছে। স্কুল পৰিদৰ্শন কৰিবলৈ গ'লে গা-পা ধুই ধুতি-পাঞ্জাবী পিন্ধি গলত চেলেং এখন মেৰুৱাই লৈ বৰ অসমীয়াটো হৈ যায়। এবাৰ আমাৰ স্কুল পৰিদৰ্শন কৰোঁতে ছাত্ৰক প্ৰশ্ন সোধক ছাৰি শিক্ষককেই জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন সুধিলে। শিক্ষকৰ থৰকাচুটি হেৰাল। কিবা কিবি কথাত ধমকো দিলে। ডি আইৰ গলগলীয়া মাত, ধমকিত শিক্ষকৰ পেটতে হাত ভৰি লুকাল।

ডি আই দেউতাৰ বন্ধু, সহপাঠীও। সেইদিনা দুপৰীয়া আমাৰ ঘৰতে আলহীও হ'ল। আবেলি যাব ওলাইছে, এনেতে শিক্ষকজনে সৰু বস্তা এখনত এবস্তা জহা চাউল দুই যোৰামান নাৰিকল আৰু এঠোক মালভোগ কল তেওঁৰ গাড়ীত তুলি দিব ধৰোঁতেই ডি-আয়ে দেখা পাই শিক্ষকৰ ভূত জাৰিলে। শিক্ষকজনে কন্দনামুৱা হৈ ক্ষমা খুজি হাতে ভৰিয়ে ধৰিহে ৰক্ষা পৰিল। পিছত শুনিলোঁ, পৰিদৰ্শন বহীত শিক্ষকৰ বিৰুদ্ধে কোনো কথাকে উল্লেখ কৰা নাই।

এদিন দুপৰীয়া বেলি হালিছেহে, এনেতে তেওঁ গাড়ীৰে ভো-ভোকৈ আহি আমাৰ আগচোতাল পালে। আমাৰ এইফালে আহিলে আমাৰ ঘৰত এবাৰ সোমাই যায়েই। সিদিনা বাটৰপৰাই গলগলীয়া মাতেৰে চিঞৰি আহিল। কথাই-বতৰাই, খোজে-কাটলে জমিদাৰী মেজাজ আছে। কেতিয়াবা আকৌ আমাৰ ঘৰত ভাত খালে মাটিমাহ বা মগুৰ দালিৰ কথা আগধৰিয়ে কৈছিল। মাই ৰন্ধা দালিৰ জুতি বোলে জিভাত লাগি থাকে। কথাই কথাই মাৰ ৰান্ধোনৰ তাৰিফ কৰি ফুৰিছিল। সিদিনা চোতালত ভৰি দিয়েই উৰাহ নোপোৱাকৈ কবলৈ ধৰিলে "এই গৰমত চাহ-টাহ নাখাওঁ। পাৰিলে টেঙাৰ চৰপতকে দিব। আমি এতিয়াই নলবাৰীলৈ যাম। মোৰ বাইও আহিছে।" দেউাই খাই-বই উঠি অলপ দীঘল দিছিল। তেওঁৰ মাত শুনি ঘপহকৈ উঠি আহিল। তেওঁ আঁতুৰ, নবহেই। দেউতাই বাইদেউক তেওঁৰ বায়েকক মাতি আনিব পঠালে।

মাহ খাই-বই উঠিছেহে, চুবাপাত কচোৱাই নাই। এনেকৈয়ে একাষৰীয়াকে এৰি চৰপত কৰাত লাগিল। আমাৰ ঘৰত কাগজি টেঙা বহুত। আবুৰ গাৰোখোৰা হেন শিলৰ বাটি এটা আছিল। সেইটোতে চৰপত কৰিলে। তেতিয়াৰ দিনত বহুতৰ ঘৰতেই কাঁচৰ গিলাচ নাছিল। কাঁহৰ সাজ-বাচন থকাটোহে আভিজাত্যৰ চিন, কাঁচৰ নহয়। আমাৰ ঘৰত তেতিয়া দুটাহে কাঁচৰ গিলাচ আছিল। তেওঁলোক চাৰিজন। ডি-আইক এটি গিলাচত দিলে। বাকীটোত বায়েকক দিব নিওঁতে বাইদেউ উজুতি খাই পৰিল, গিলাচটোও ভাগিল। ডি আইৰ বায়েক নিয়ম-নীতিত গোঁসাই-বামুণৰ বিধবাতকৈও ছাৰ। কাপত চাহ নাখায়। ঘাই ঘৰৰ মজিয়াতে মচি কাচি পীৰা পাৰি বহিব দিলে। শিলৰ সৰু বাটিত চৰপত দিলে। তেতিয়াহে গ্ৰহণ কৰিলে। আনবোৰে কাপতেই খালে।

যোৱাৰ সময়ত দেউতাই কেইটামান নাৰিকল, কেইগণ্ডামান কাগজি টেঙা দুটামান বঙালাউ গাড়ীত তুলি দিলে। তেওঁ হাঁহি হাঁহি কৈছিল, "আজি অৱশ্যে চৌধুৰীয়ে দিয়া ভেটী গ্ৰহণ কৰিব পাৰোঁ।" জীৱিত কালত দুইজনৰে বন্ধুত্বৰ বান্ধ কটকটীয়া হৈয়ে আছিল। বঙালী অঞ্চলত শিক্ষা বিস্তাৰত তেওঁৰ অৰিহণা সোঁৱৰিব লগীয়া। পুৰণি চামৰ মুখত চিত্ৰমল্ল ডি আইৰ কথা আজিও শুনিবলৈ পোৱা যায়।

এওঁৱেই হ'ল অসমৰ প্ৰাক্তন কমিচনাৰ, কবি-সাহিত্যিক অজিত বৰুৱাৰ দেউতাক।

## অসমীয়া চাহাব

সিদিনা কিনকিনীয়া বৰষুণ পৰিয়ে আছে। আমি ক্লাছত আছোঁ। বঙা পৰা চেহেৰাৰ চাহাবী পোছাক পিন্ধা মানুহ এজন মটৰেৰে আহি হুংকৰে আমাৰ স্কুলৰ অফিচৰ কাষতেই ৰ'ল। দূৰৈৰপৰা কোনোবা স্কুল চাব অহা চাহাব-তাহাব বুলিয়ে ভাবিছিলোঁ। হেডমাষ্টৰে বহিব দি বুঢ়া চকিদাৰক মাতিলে। তেওঁৰ গলগলীয়া মাত। তামোল পাগুলিযাই আছে। আমাৰ হেডমাষ্টৰেও তামোল খোৱাত কম নহয় লগতে মুখত খোৱা তাম্‌খুও। দুই জনৰে কথাৰ পাগ উঠিল। আমি পানী খাব যোৱা চুতা কৰি গৈ চাই আছোঁ— কোননো সেইজন। বুঢ়া চিত্ত চকিদাৰ আছিল। চকিদাৰে চিনি পায়ে,— "বাপা তুমুন ডাঙৰ মানুহ হৈছা, বৰ আনন্দৰ কথা। আমি বুঢ়া হলু। যাবাৰ কাল পয়াক। মই কাম কৰ্‌বা নৱা হইছু, দেহাই নাচ্ছে। তথাপি মাষ্টৰ আজ্ঞন নেৰে। বুঢ়া হাউলাক বহি মাৰে। মিছাও দৰমহাখিনি নিবা লাগা হৈছি। তাহাৰনু কি, মোৰহে পাপ লাগ্‌বো। সিপুৰীত বহিবা লাগ্‌বো।"— বুলি কৈ উঠিল। বুঢ়াই কামত ফাঁকি দি দৰমহা নিয়াতো পাপ বুলি ধৰি লৈছে।

কাম নকৰি পইচা নিয়া মানুহ এই দেশী চাহাবো নহয়। বুঢ়াৰ কথাত চাহাব মজি গ'ল। তেওঁ মইনৰ স্কুলত পঢ়োঁতে এই চিত্ত বুঢ়া তেতিয়া ডেকা চকিদাৰ। কিমান ল'ৰা আহিল, কিমানে পাছ কৰি গৈ ডাঙৰ মানুহ হ'ল, কমেইহে বুঢ়া চকিদাৰৰ খবৰ কৰে। আজি এই দেশী চাহাবজনে বুঢ়াৰ খবৰ কৰাত বুঢ়াৰ মনত অপাৰ আনন্দ, মুখৰ যেন মাত হৰিল। হেডমাষ্টৰৰ কথামতে বুঢ়া চকিদাৰে চাহৰ যোগাৰ কৰিবলৈ গ'ল।

এওঁ হ'ল মৌৰীপুৰৰ দাসৰাম তালুকদাৰ। ধনীৰাম তালুকদাৰৰ লগত মিঞাৰ মাজত অসমীয়া ভাষা প্ৰচলন কৰাৰ যুক্তি কৰোঁতা ঘনশ্যাম তালুকদাৰৰ অনুজ। প্ৰৱেশিকা পৰীক্ষা পাছ কৰিয়ে গৰ্ব্বকাপ্টানি বিভাগত 'ৰোড মহৰাৰ'ৰ চাকৰিত সোমাল। কামত ঐকান্তিকতা পাৰদৰ্শিতা দেখুৱাত ৰবচাহাবৰ চকুত পৰিল। ঢাকাৰ 'আচানুল্লাহ স্কুল অব ইঞ্জিনিয়াৰিঙ'ত পঢ়াৰ সুযোগ পালে। তাৰপৰা ওভাৰচিয়াৰী পাছ কঁৰিয়ে শদিযাত ওভাৰচিয়াৰ হিচাপে কামত যোগ দিলে। ১৯৩০ চনত তাতেই প্ৰমোচন পাই 'ছুপাৰভাইজাৰ' অৰ্থাৎ এছ ডি অ' হ'ল। শদিয়া অঞ্চলত কাম কৰোঁতে পুৰাতত্ত্বৰ বহুত বস্তু উদ্ধাৰ কৰাত প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথক, সৰ্বেশ্বৰ বৰুৱাক নানাভাৱে সহায় কৰিছিল। মানুহজনৰ কথা ৰসাল, পুৰণি কথাৰো ভঁৰাল। কামত থাকিলে পুৰা চাহাবী ঢঙত কাম কৰে, ঘৰত হলে বৰ অসমীয়া হৈ চাহ-তামোলৰ শ্ৰাদ্ধ কৰে– দুই সময়ত দুজন মানুহ। তেওঁ বৰ চৌখিনো আছিল। হঠাৎ মন গ'ল অসমীয়া চাহাব হবলৈ। যেনে মন তেনে কাম। 'টি ফোৰ্ড' গাড়ী এখন কিনি আনিলে। নিজেই চলায়। এই গাড়ীখনৰ লগত বহুত ৰহস্য সাঙোৰ খাই আছে।

কপিল নামৰ তেওঁৰ সম্পৰ্কীয় ভাগিন এজন আলধৰা যেন হৈ তেওঁৰ লগতে আছিল। তেওঁ ক'ৰবালৈ গলে ভাগিনকেই লগত লৈ যায়। তাৰো গাড়ীত ঘূৰা বৰ চখ। গাড়ীখন মচা-কচাও কৰে। এদিন চকা এটা ফুটিল। কপিলে সদায় গাড়ীত ঘূৰোঁতে অলপ অচৰপ গাড়ীৰ কথা জনা হোৱা যেন পাই মোমায়েকে ক'লে, "ভাগিন, গাড়ীৰ 'জেক'টো লগাব পাৰিবা নে?" ভাগিন বৰ চটফটীয়া উকাদেউ। টপৰাই কৈ উঠিল, "অ পাৰিমতো।" লগে লগে ভাগিন গেৰেজলৈ গ'ল। বহুত পৰ খবৰ নাই। মোমায়েকে গৈ দেখে ভাগিনে বাঁহৰ জেক (জেং) এবোজা আনি গাড়ীৰ তলত সুমুৱাই থৈছে। হায় হৰি। ভাগিনৰ কৰ্ম-কাণ্ড দেখি তেওঁ মূৰে-কঁপালে হাত দিলে। পিছত কিন্তু উকাদেউ ভাগিনক ড্ৰাইভাৰ কৰিহে এৰিলে। সি নিজেই খুটি খাব পৰা হ'ল।

কেইবছৰমান পিছত গাৰো পাহাৰলৈ বদলি হ'ল। তেতিয়া পাহাৰবোৰ একো

একোখন জিলা। একোজন পলিটিকেল অফিচাৰে শাসন কৰে। তেওঁৰ ক্ষমতা অসীম। সেই দিনত গড়কাপ্তানি বিভাগৰ (P W D) এছ ডি অ'জনেই জিলা পৰিবহন বিষয়াৰ (D T O) কামো কৰিব লাগিছিল। সেই সূত্রে দাসৰাম তালুকদাৰৰ টি ফোৰ্ড গাড়ীৰ নম্বৰ হ'লগৈ এ এছ টি-১ (AST 1) সেই সময়ত অসমৰ গৱৰ্ণৰ ছাৰ এণ্ডৰো ক্লো। লাট চাহাবে গাৰো পাহাৰ পৰিদৰ্শন কৰিব যাব। জিলাধিপতিৰ গাত গোসাঁই নোহোৱা হ'ল। তেওঁৰ যাত্রাৰ সকলো ঠিক কৰা হ'ল। পুলিচ বিষয়াৰ গাতো তৎ নাই, গোটেই বাট পহৰা দি চাই-চিতি আছে। দুৰ্বিপাক, দুদিন আগৰেপৰাই নেৰানেপেৰা বৰষুণ। যাত্রাৰ দিনা ৰ'দৰ জিলিঙণি ওলালেও মানকাছুৰৰ বাটত বোকা হ'ল। লাটচাহাবৰ ফিনফিনীয়া গাড়ী মানকাছুৰৰ বোকাত বজিল— ইকূলো নাপায় সিকূলো নাপায়। জিলাধিপতিৰ গাড়ীও তথৈবচ। এতিয়া উপায়! জিলাধিপতিক জ্বৰে-ঘামে আটি মাৰিলে। যি কি নহওক, সাউৎ কৰে গৰকাপ্তানি বিভাগৰ এছ ডি অ চাহাব পোনেই আগবাঢ়ি আহিল। তেওঁৰ টি ফোৰ্ডে সেই বোকাত সনসনাই পাৰ হৈ লাটচাহাবক উদ্ধাৰ কৰিলে, তুৰা পোৱালে। এছ ডি অ চাহাব ৰজাঘৰৰ শুভ দৃষ্টিত পৰিল। তেওৰ চাকৰিৰ গাঠিও টান হ'ল।

শদিয়া আৰু তুৰাত থাকোঁতে কংগ্রেছ কৰ্মীসকল প্রায়ে তেওঁৰ ঘৰত আলহী আছিল। কেতিয়াবা কেতিয়াবা দুই চাৰি দিনৰ বাবে ছোঙো পাতিছিল। গোপন বৈঠক বহিছিল। চৰকাৰৰ চোৰাংচোৱাই এইবোৰত চকু ৰাখিছিল ৰিপোৰ্টও দিছিল। এনেবোৰ কামত গাঠি লগাত দ্বিতীয় মহাসমৰৰ আগে আগে কেৰাহিকৈ হলেও ৰাজৰোষত পৰিছিল। কিন্তু কামত পাৰদৰ্শিতা দেখুৱাত একো কৰিবও নোৱাৰা হৈছিল । সেয়ে 'সাপো মৰক লৰুও নাভাঙক' কৰি প্রমোচন বন্ধ কৰি থৈছিল।

১৯৩৯-৪০ চনৰ কথা। ছাৰ চাদুল্লা চাহাবৰ মন্ত্রীসভা তেতিয়া থৰক বৰক, যায়হে যায়। মন্ত্রীসভাৰ ৰোহিনীকুমাৰ চৌধুৰী এজন প্রবীণ মন্ত্রী। উপায়ন্তৰ নাপাই চৌধুৰী ডাঙৰীয়া তুৰালৈ লৰ মাৰিলে। দাসৰাম তালুকদাৰৰ কাষ চাপিল। তুৰাত তালুকদাৰৰ প্রতিপত্তি অসীম। জংগীন লস্কৰ গাৰো এম এল এ তালুকদাৰৰ হাতৰ মুঠিৰ। চৌধুৰীয়ে তালুকদাৰৰ সহায়ত লস্কৰক নিজৰ কজালৈ আনিলে। তাল মৰা দিয়া মন্ত্রীসভা সেই বাৰলৈ জীউ দান পালে।

গাৰোপাহাৰত তেতিয়াৰ দিনত স্থানীয় শিক্ষিত মানুহ অতি তাকৰ আছিল। চাকৰিয়াল নাই বুলিলেই হয়। ঠিকাদাৰতো নাছিলেই। জংগীন লস্কৰক জোৰ কৰি আনি ঠিকা দি ঠিকাদাৰ বনালে। লেংটি মৰা গাৰোক বাটৰপৰা ধৰি আনি

জংগল কটা আদি কামৰ সৰু সুৰা ঠিকা দিলে। ব্ৰহ্মানন্দ চৌধুৰীক তুৰালৈ মাতি নি ঠিকাদাৰ কৰিলে। বাজিংডোবা, হাজং বসতি অঞ্চলত অসমীয়া স্কুল পাতি অসমীয়া ভাষা প্ৰচাৰৰ বাট মুকলি কৰি দিলে। আনকি শদিয়াত থাকোঁতে হৰিহৰ চৌধুৰীকো মাতি নি ডুমডুমাত ব্যৱসায় কৰাত সুবিধা কৰি দিছিল। অসমীয়া ভাষা প্ৰচাৰৰ প্ৰচেষ্টাত অসমৰ প্ৰবীণ বিষয়া শৰৎ কাকতি, সত্যেন বৰকটকীয়ে তেওঁক যথেষ্ট সহায় কৰিছিল। বৰকটকীৰ 'ফুলবিবি' কিতাপত এই বিষয়ে অলপ উল্লেখো কৰিছে। সময়ৰ সোঁতত বহুত কথায়ে উটি ভাঁহি গ'ল, তল পৰিল। এইবোৰ নানা কাৰণতেই তেখেতৰ Confidential Reportত Anti Britishৰ লগতে Anti-Bengalee বুলিও জুৰি দিছিল। তেখেত কিন্তু বঙালী বিদ্বেষী নাছিল। বৰ্তমান তুৰাৰ আটাইতকৈ ধনী ব্যক্তিজন হ'ল খাচ বঙাল— সুৰেশ চন্দ্ৰ দাস। তালুকদাৰৰ জহতেই ৰাম্ভনীৰপৰা ঠিকাদাৰ হ'ল। এতিয়া তুৰাত 'কোটিপতি ঠিকাদাৰ' নামে পৰিচিত। তেওঁৰেই পুতেক কেপ্তেইন মাণিক দাস বিধায়ক আছিল।

বুঢ়া চিত্ত চকিদাৰলৈ মৰমৰ মায়া জন্মাত কেই টকামান হাতত গুজি দি গ্ৰমোকোৰা তামোল মুখত ভৰাই ৰঙামুখ ৰঙামুৱা কৰি ভো-ভোকৈ আমাৰ ঘৰৰ ফালে ঢাপলি মেলিলে। তেখেত দেউতাৰ সৰু কালৰ বন্ধু, সখিও। তেতিয়াৰ দিনত বন্ধুত্বৰ এনাজৰীৰ বান্ধ কটকটীয়া আছিল। সময়-সুবিধা পালেই ইজনে সিজনৰ খবৰ লৈছিল।

স্বাধীনতাৰ পিছত নতুন জাতীয় চৰকাৰৰ জহতে Executive Engineer হৈ গুৱাহাটীলৈ বদলি হৈ আহিল। ইয়াতো বুঢ়াৰ তৰণি নাই। অৱসৰ পোৱাৰ পিছতো চৰকাৰে এৰি নিদিযে। চাকৰিৰ কাল বঢ়াই দিলে। নতুন গুৱাহাটী গঢ়াত ৰাধাগোবিন্দ বৰুৱাৰ লগত দেবেন শৰ্মা কমলেশ্বৰ বৰুৱা আৰু দাসৰাম তালুকদাৰো অকল উপদেষ্টাই নহয় বাস্তৱ ৰূপায়ণতো আগভাগ লৈছিল। পাণবজাৰৰ 'নাগপোটা' পুখুৰীটো তালুকদাৰৰ তত্ত্বাবধানতেই পৰিষ্কাৰ কৰি নতুন ৰূপ দিছিল।

দেউতাৰ সৰুকালৰ আন এজন বন্ধুও সাধাৰণ কনিষ্টবলৰপৰা এডিচনেল এছ. পি লৈ উধাইছিল নিজৰ অধ্যৱসায়ৰ বলত। তেখেত হ'ল পাঠশালাৰ ওচৰৰ হৰিপুৰ সত্ৰৰ অমৃতলাল দাস। এতিয়া অৱশ্যে গুৱাহাটী নিবাসী। অৱসৰ পোৱাৰ পিছতো তেওঁৰো বাৰেপতি চাকৰিৰ কাল বঢ়াই আছিল। দেহাই টানিব নোৱাৰা হোৱাতহে চাকৰিৰপৰা ৰেহাই পাইছিল।

# পাটাছাৰকুছিৰ দুৰ্গাপূজা

পাটাছাৰকুছিৰ দুৰ্গাপূজা বজালী অঞ্চলতেই পুৰণি। আগতে নিজ সৰিহত থকা বজেলীয়া চৌধুৰী বংশৰে চৌধুৰীহাঁতে নিজ হাউলিত দুৰ্গাপূজা পাতিছিল। ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়তো বৰ সমাৰোহৰে নটী-নাচনিৰে সৈতে দুৰ্গাপূজা সমাপন কৰিছিল। বলিও হৈছিল। পৰিহৰেশ্বৰৰ বৰ মহাত্ম্য। এটি প্ৰবাদ আছে ঃ পৰিহৰেশ্বৰৰ মহাত্ম্য দেখি মহাবাহুই উত্তৰপাৰৰপৰা দক্ষিণ পাৰলৈ নিয়াৰ কথা ভাবিলে। মহাবাহু ব্ৰহ্মপুত্ৰই ঢাপলি মেলি প্ৰায় হাজোৰ ওচৰ চাপিল। এনেতে সঞ্জাত হ'ল– বাটতে তেওঁৰ ভাগিন কালদিয়া নদী আছে। ভাগিনক চেৰাই মোমায়েকেৰা আহে কেনেকৈ! হাজাৰ হওক, মানত ভাগিন মোমায়েকতকৈ ডাঙৰ। সেয়ে মহাবাহু আকৌ হোহকি গ'ল। পৰিহৰেশ্বৰো নিজ থানতে ৰ'ল।

আজিও স্নানযাত্ৰাৰ সময়ত পুণ্যাৰ্থীয়ে অশ্বক্ৰান্তৰ ঘাটত বা উমানন্দৰ ঘাটত স্নান কৰিলে যি পুণ্য হয়, যাব নোৱাৰাজনে কালদিয়া নদীত বুৰ মাৰিলেও আংশিক পুণ্য হোৱা বুলি জনবিশ্বাস আছে।

চৌধুৰীথেৰ দুৰ্গাপূজাৰ আয়োজন ৰাজকীয় ধৰণৰ আছিল। হাউলিৰ বজাঘৰীয়া পুখুৰীত পদুম ফুল আছিল। সেই পদুমেৰে পূজা হৈছিল। বায়ৰবাইজ আটায়ে পূজাত যোগ দিছিল, প্ৰসাদ লৈছিল। আহোম ৰজাৰ দিনৰ বৰ পুখুৰী। পাটাছাৰকুছিৰ গা ঘেঁহাই থকা বাৰ্ত্তাৰ পুখুৰীৰ লগত হেনো পাতালেদি সুৰুঙা আছিল। ইটো পুখুৰীৰ পানী কিয়া (ঘোলা) হলে আনটো পুখুৰীৰ পানীও কিয়া হৈছিল। বাৰ্ত্তা গাঁওত শিৱলিংগ এটা আছে। আহোম ৰজাৰ দিনৰ সেই শিৱলিংগটো আন লিংগতকৈ অলপ বেলেগ– লিংগৰ মাজভাগতে এটি নাৰী মূৰ্তি খোদিত কৰা আছে। পুৰাতত্ত্ব বিষয়ৰ পণ্ডিতসকলেহে তাৰ তত্ত্ব উদ্ধাৰ কৰিব পাৰিব। কালক্ৰমত শাক্ত চৌধুৰীথেৰ শক্তি পৰি আহিল। পূজা ভাগৰ 'খাহাত' ছেদ পৰিল।

হাউলিৰ পুখুৰীটোক কেন্দ্ৰ কৰি বহুত কিংবদন্তি চলি আছে। পুখুৰীটোত হেনো তিনিখন নাওত পূজা-পাৰ্বণৰ সাজ-বাচন, পূজা-সামগ্ৰীসমূহ ভৰ্তি কৰি ৰখা আছিল। পুখুৰীৰ ঘাটটো দক্ষিণ-পূব কোণত। পূজাৰ আগদিনাখন সাত্বিকভাৱে গৈ তামোল-পাণ দি পুখুৰীৰ ঘাটত সেৱা কৰিলেই নাও তিনিখন ওপৰলৈ উঠি আহে। তাৰপৰা বাচনবৰ্তনবোৰ আনি পূজাত ব্যৱহাৰ কৰে। পূজা শেষ হলেই সেইবোৰ

ধুই-পখালি আকৌ নাও তিনিখন তেনেকৈ মিনতি কৰি মাতি আনে। বস্তুবোৰ নাওত বোজাই দিয়াৰ পিছতেই তিনিওখন নাও পানীৰ তললৈ গুচি যায়।

এবাৰ এটি অপ্ৰত্যাশিত ঘটনা ঘটিল। এইবাৰো আগৰ দৰে কাকুতি কৰি বাচনবৰ্তনবোৰৰ বাবে আহ্বান কৰিলে। যথাৰীতি নাও তিনিখন উঠি আহিল। পূজা-সামগ্ৰীসমূহ পূজাত ব্যৱহাৰো হ'ল। পূজাৰ শেষত বাচন-বৰ্তনবোৰ থলে যদিও, নাও কেইখন নাযায়হে নাযায়। কথা বিষম যেন লাগিল। পাণ-তামোল দি নানা কাকূতি-মিনতি কৰি সেৱা-প্ৰাৰ্থনা কৰিলে। তথাপি নাও কেইখন লৰচৰকেই নকৰে। শেষত চৌধুৰী বংশৰে কোনোবা এজনে নাও এখন দলৈ ঠেলি দিয়াৰ চেষ্টা কৰিলে। নাওখনতো লৰাবই নোৱাৰিলে, বৰং পিছল খাই পৰি ভৰিতহে দুখ পালে। সেয়ে কাল হ'ল। তেওঁৰ পৰিয়ালত এটাৰ পিছত এটাকৈ বিপদ-বিঘিনিয়ে দেখা দিলে। ৰাতি হেনো সপোন দেখুৱালে যে কোনোবা এজনী চাকৰণীয়ে বাচন ধুওঁতে লোভ চম্ভালিব নোৱাৰি ডাঙৰ বাটি এটি লুকাই ৰাখি গোবৰৰ দ'মত পুতি থৈছে। পিছদিনা সপোনত কোৱা মতে বাটিটো উলিয়াই আনি নাওত থোৱাৰ লগে লগে তিনিওখন নাও পানীৰ তললৈ গ'ল। সেই চৌধুৰী ফৈদত যি কেণা লাগিল, লাগিলেই। তাৰ পিছত আৰু নানা প্ৰাৰ্থনা কৰিলেও নাও কেইখন উঠি নহা হ'ল।

দুৰ্গা পূজাত বলি দিয়া প্ৰথা আছিল। বলি দিয়া দাখন সৰিহৰ পৰমা চৌধুৰীহঁতৰ ঘৰত এতিয়াও আছে।

আগতে পাটাছাৰকুছিৰ থানাখন আছিল কুঁৱাৰাত। পিছত থানাখন স্থানান্তৰিত হ'ল পাটাছাৰকুছিলৈ। থানাৰ দাৰোগা আছিল দীপ চৰণ মুখাৰ্জী। দাৰোগাবাবু দেৱী পূজাত মতি থকা মানুহ। এনেহেন সাতামপুৰুষীয়া পূজা এখন বন্ধ হোৱাটো পাপৰ কথা, অপায়-অমঙ্গলৰ কথা। তেৱেঁই আগভাগ লৈ পাটাছাৰকুছিতে দেৱী পূজাৰ আয়োজন কৰিলে।

হাউলিৰ কোনোবা চৌধুৰীয়ে হেনো কালদিয়া নদীৰ বালিচৰত এটি লাৰুৱা-গোপালৰ শিলৰ মূৰ্তি পাইছিল। সেইটো আনি গাঁৱৰ মুখ পাটতে থকা বটগছ জোপাৰ গুৰিতে স্থাপন কৰিলে। কাৰোবাৰ গৰু হেৰালে গা-পা ধুই কল এথোক সথা থলে, হেৰোৱা গৰু ওলায়। এতিয়াও সেই মূৰ্তি থকা গৰখীয়া-থানখন আছে, সেই জন-বিশ্বাসো আছে।

শক্তিদায়িনী দেৱীৰ পূজা বাইজৰ হাতলৈ আহিল। পাটাছাৰকুছিৰ দুৰ্গাপূজা বাইজৰ পূজা হ'ল। ভালুকীৰ খনিকৰে এমাহ আগৰেপৰাই দুৰ্গাপ্ৰতিমাৰ কায়িক ৰূপৰ যো-যা কৰে। পাটাসত্ৰৰ পৃথুকায়ো ভালুকীৰ খনিকৰৰ লগতে লাগি থাকে।

পৃথুকা যাত্ৰা থিয়েটাৰৰ 'মেক আপ মেন', গোঁসানীৰ গাতো ৰং লগোৱাত পাকৈত। গোসাঁনীৰ পিছফালৰ 'আকাশখন' তিৰবিৰাই থকাকৈ সজাই তোলে।

পৃথুকাইঁতে খেৰৰ শোটা বনায়, উঁই হাফলুৰ মাটি আনে, সাহানৰ বিলৰ ধকধকীয়া আঠালেতীয়া মাটিও আনে। তাৰে লগত মৰাপাট কুচিকুচিকৈ কাটি মিহলাই দিয়ে। হাতেৰে মাটি মাৰে। ভৰি লাগিলে আই গোঁসানীয়ে প্ৰাণ পালে দোষ ধৰিব পাৰে! দিন ক্ষণ চাই বিশ্বকৰ্মালৈ ঠগি আগবঢাই নিষ্ঠাৰে শোটাত মাটি লেপে। দিনে দিনে প্ৰতিমাই গঢ লয়, ৰাইজেও গোঁসানীৰ আগমনলৈ উত্ৰাৱল হৈ পৰে। সৰু সৰু ল'ৰা-ছোৱালীবোৰে স্কুলৰপৰা আহিয়ে গোসানীৰ ৰূপ কিমানলৈ বাঢিল তাকে চাবলৈ পাক এটি মাৰে। পূজাৰ দিন কাষ চাপে, মূৰ্তিতো ৰং ঘঁহে। বেল বৰণৰ দিনাহে মূৰ্তিয়ে সম্পূৰ্ণ ৰূপ ধাৰণ কৰে।

ওচৰ-পাজৰৰ ৰাইজে হাত জোকাৰে। টকা-সিকা চাঁদা দিয়ে। প্ৰতি ঘৰে ঠগি দিয়ে– কল, কুঁহিয়াৰ, নাৰিকল, নানা উপচাৰ উভৈনদী হয়।

সপ্তমীৰ দিনাহে আচলকৈ দেৱী প্ৰতিষ্ঠা হয়। অষ্টমী-নৱমীৰ দিনা পূজা ভৰ হয়। পূজাত কেৱা থোৰাও বিস্তাল মাতে। সপ্তমীৰ দিনা ওজাপালিয়ে বন্দনা গায়। চুলিয়াপাৰাৰ ওজাপালি, নহলে বালাৰ ওজাপালি। চুলিয়াপাৰাৰ ওজাপালি নাম থকা বিধৰ আছিল– নিধি ওজা, আতহু দাইনাপালি। নিধি ওজাৰ মাতটো মিঠা, কোমল,– হাৰমনিয়ামৰ কোমল পৰ্দাৰ মাতটোৰ দৰে। মূৰত দীঘল চুলি। নাচি নাচি পদ গালে চুলিকোছাই ঢৌ খেলি ঢৌ খেলি নাচিছিল। আতহু দাইনাপালিৰ নাম ফাটিফুটি যোৱা। মাতটো আছিল আজিৰ যুগৰ 'মাইক'ৰ মাতকো চেৰাই যোৱা। ৰাতি হলে এমাইল দূৰৈৰপৰা আতহু দাইনাপালিৰ মাত ৰণৰণাই থাকে। আই ভগৱতীৰ পদৰ ব্যাখ্যা দিওঁতে সংস্কৃত শ্লোক মাতি তেৰেচীয়াকৈ পেছ লগাইহে আৰম্ভ কৰে। বুজাই বুজে, কথাত মজে। আনবোৰে গুঢতত্ত্ব ধৰিব নোৱাৰিলেও হাঁহিত বাগৰি পৰে, আমোদ লভে।

দিনত ঢুলীয়া। ঢুলীয়া পৰিলে আঁৰতিৰ সময়ত ওজাপালি উঠে। ৰাতি ন-দহ বজাত যাত্ৰাগান। পুৱে পোহৰ হলেহে যাত্ৰা ভাঙে।

কামৰূপত ঢুলীয়া বুলিলে নলবাৰী অঞ্চলৰ জোবাদ্দি, অগ্নিশালা আৰু কৈহাটীৰ ঢুলীয়াই 'নামজাদা' আছিল। জোবাদ্দিৰ ঢুলীয়াৰ 'জদো' ভাৱৰীয়া, অগ্নিশালাৰ 'ধেঙৰৰ কুলি' আৰু কৈহাটীৰ 'মোহন' ভাগৰীয়াৰ কথা আজিও ৰাইজৰ মুখে মুখে। মোহন ভাৱৰীয়াৰ কথাৰ পাগ বেলেগ। কোনো অশালীন কথা-বতৰা চং-ভং নাছিল। তাৰ পিছতেই জোবাদ্দিৰ জদো ভাৱৰীয়া। কলিকতাত ষাঠিৰ দশকৰ শেষৰফালে ছোভিয়েত চাৰ্কাছ চাইছিলোঁ। শৰীৰ চৰ্চাৰ খেলেই

অধিক আছিল। ভাৰবীয়াজন (Clown) আন্তৰ্জাতিক খ্যাতিসম্পন্ন। বেছি কথা নকয়, খোজ-কাটলতো অশালীন ভাঁজ-ভূজ নাই। দুই এটি আৰ-ভাবতেই দৰ্শকক আমোদ যোগাইছিল, ৰস লগাইছিল। মোহন ভাৰবীয়াও সেই তুলনাত কোনো গুণে হীন নহয়। সামাজিক ৰীতি-নীতিৰ হীন-ডেৰিবোৰহে অংগী-ভংগীতে দেখুৱাইছিল। এবাৰ দুৰ্গাপূজাত চং এটা দেখুৱালে— আইৰ নাম পাতিছে। আয়তীসকলে আহি থানত বহিছে। পাঠকিনীবেশী মোহন ভাৰবীয়াই গা-পা ধুই সাত্বিকভাৱত আহিছে ক'ৰবাত চুৱা-গজা হব পাৰে বুলি, নহলে আই গোঁসানীয়ে দোষ ধৰিব। খোজ দিওঁতে আঙুলিৰ মূৰতে টিপ দি চাই-চিতিহে ডেং মেলি ডেং মেলি আহিছে। সেই ভংগিমা চাই দৰ্শকৰ পেটৰ নাড়ী থুনুপাক খালে, পেটৰ কেঁচুৰে উক দিলে। নাচি নাচি আইনাম গালে। তাকে চাই ৰাইজ হাঁহিত বাগৰি পৰিল। বৰপেটাৰ ধনীৰাম তালুকদাৰো দৰ্শক আছিল। তেও হাঁহিত ৰব নোৱাৰি উঠি গৈ দহ টকা ৰূপ পুৰস্কাৰ দিলে। আজিৰ চাৰ্কাছত দেখুৱা খেলবোৰ তেতিয়াই ঢুলীয়াবোৰে দেখুৱাইছিল। ঘৰৰ মুধৰমান ওখৰপৰা তিনি পাক মৰা 'খোট' দি জপিয়াই পৰিছিল। তলত নিৰাপত্তাৰ কোনো ব্যৱস্থা নাছিল। তাৰ মাজেৰেই বহুত দুঃসাহসিক খেল দেখুৱাইছিল। সৰু সৰু ল'ৰা-ছোৱালীয়ে ঢুলীয়াৰ চংবোৰ ঘূটি পৰি চাইছিল, বৰ ৰং পাইছিল। ডাঙৰবোৰে আমোদ লভিছিল।

বহু যুগ পিছত হলেও আজিৰ চৰকাৰে এই মহান শিল্পী মোহন ভাৰবীয়াক সাংস্কৃতিক দপ্তৰৰপৰা স্বীকৃতি দিলে, সম্মান জনালে। শেষ বয়সত বৃত্তিও দিলে। এইটো এটি সুখৰ খবৰ।

বিজয়াৰ দিনা ৰাতিপুৱাৰেপৰা পূজাৰ খোলা পূজা চোৱা মানুহেৰে ঠাহ খাই পৰে। পাটাবৰঘাটৰ বিজয়াৰ আকৰ্ষণ বেলেগ। অকল বজালী অঞ্চলৰেই নহয় ওচৰ-পাজৰৰ টিহু-নলবাৰী অঞ্চলৰো মানুহ আহি ভিৰ কৰে। কালদিয়া নদীৰ পশ্চিম পাৰে পূজাৰ খোলা। পূব পাৰেও পুৱাৰপৰাই পোহাৰ বহে। এক শাৰী মিঠাইৰ দোকান,— চেনিৰ কদম, খুৰ্মা, বাতাচা ধুনীয়াকৈ সজাই থয়। কাষতে গৰম জিলাপী ভাজি থাকে, দি থাকে। আজিও বিজয়াৰ দিনা জিলাপী খোৱা ৰেৱাজ আছে। আন এশাৰী মনোহাৰী দোকান— আই-মাইসকলৰ ৰং-ৰেৱাজৰ চাহিদাৰ বস্তু চকুত লগাকৈ উলিয়াই থয়। দোকানবোৰ গ্ৰাহকে বেৰি থৰে। সৰু সৰুবোৰে পেঁপা কিনি পে-পুকৈ বজাই ফুৰে। কোনো কোনোৱে ৰঙা নীলা প্লাষ্টিকৰ চশমা পিন্ধে আৰু কোনোৱে হাতত কাগজৰ ঘড়ী বান্ধে। মাইসকলে চুলি বন্ধা ৰঙীন ফিটা, ঘুনুচা, চুচিয়ালতী, কাঠৰ পুতলা, গোন্ধ তেল, সেন্দুৰ আৰু আইসকলে লক্ষীৰ ছবি কিনে।

লুধুমধুমীয়া খোপা বান্ধি কঁপালত নাকৰ আগলৈকে বৈ পৰাকৈ সেন্দুৰৰ ফোঁট লৈ নতুন ৰং-বেৰঙৰ দখনা পিন্ধি জনজাতিৰ গাভৰু-বুঢ়ীসকলে জাকে জাকে আহি পূজাৰ খোলা ভৰি পৰে, মনোহাৰী দোকানতো ভিৰ কৰে।

কালদিয়া নদীত দলং নাই— মাৰ নাও, চুটি নাওৰে পাৰ হ'ব লাগে। পূব পাৰেও সমানে সভা বহে। ভবদুপৰীয়াতে গৰকাপ্তানী বিভাগৰ মুকুন্দ মহৰীয়ে তেওঁলোকৰ কামিলা কেইজনমানক লগাই দি ঘাটত থকা মাৰনাওখন ঘঁহি-মাজি, ধুই-পখালি ৰতৰতীয়া কৰি তোলে। চৰিবাৰী চাৰিজালো নতুনকৈ কাটি আনে। মাৰ নাওৰ ঢাপলিৰ মুখত দিবলৈ নতুন তৰাৰ বোজা চাৰিটাও আনে। ঘাটৰ বাটটো চাচি-চুৰকি নমুৰা কৰি ৰাখে। এইখিনি কৰোঁতে বেলি হালে। অলপ পিছতেই খাই-বই উঠি বিজয়াৰ সভা চাবলৈ আহিবৰ হয়েই।

নতুন কাপোৰ পিন্ধি মুকুন্দ মহৰী তিনিমান বজাতেই আহি মাৰনাওৰ বেলিঙত বহে। নাও বাইচা চাৰিওজনে পূজা চোৱা কাপোৰ পিন্ধি আহি কড়িতে বহে। আনদিনা হ'লে কড়িতে বহি বিৰি নাইবা চিলিমতেই দুটা টান মাৰিলেহেঁতেন। আজি সাত্ত্বিকভাৱে আহিছে গোঁসানীক বিসৰ্জন দিবলৈ।

আবেলি তিনিমান বজাতেই গোঁসানী গোঁসাইঘৰৰপৰা হৰিধ্বনি দি উলিয়ায়। গোঁসানী কান্ধত উঠিল। গোঁসানী লোৱা মানুহৰ অভাৱ নাই। ইয়ো হাত লগায়, সিও হাত লগায়। শোভাযাত্ৰা কৰে। আগে আগে এজন বামুণে ঘটটো, কলপুলিৰে সজোৱা 'কইনাটো' লৈ যায়। গোঁসানীৰ পাছে পাছে ঢুলীয়া, ওজাপালি ভোৰ তাল বজাই যায়। এটি ৰৰ খৰাহীত বাতাচা লৈ মুঠি মুঠি ৰাইজৰ মাজলৈ দলিয়াই দিয়ে। গোঁসানীৰ 'পৰহ্‌দ' (প্ৰসাদ) পোৱাৰ আশাত ওপৰতেই থাপ মাৰি ধৰে, মানুহ মতলীয়া হৈ পৰে। চাৰিওটা ৰাভাতে গোঁসানী ফুৰায়। চকা পাটত বহাৰ আগে আগে মাৰ নাওত উঠে। নাও উজাই চলে, পূব পাৰৰ ৰাইজে ঘূটি পৰি চাই থাকে। লাহে লাহে ভটিয়াই আহি পূব পাৰৰ ঘাটত লাগে। আই-মাই সকলোৱে সেৱা কৰে, ফুল নিৰ্মালি লয়। বাতাচা দলিওৱাৰ আকৌ জাউৰ উঠে, মানুহৰ মাজত হৈ চৈ লাগে। কোনোবা কোনোবা বুঢ়ীয়ে সেৱা কৰি উক্তি কৰে 'এ আই, আইৰ মুখখনত দেখু জল্‌তি নাই, কান্দু মুৰা। থানত থাকতেহে হাঁহিমুৰা আছিল। শহৰৰ ঘৰক যাবা অলছিতো!

ইপাৰ সিপাৰ মণিৰ নোৰাবা মানুহ— এটাৰ মূৰত পৰিলে শটাৰ মূৰত পৰে। শইনাকা, পৃথুকা, বায়নইতে গোঁসানী নমায়। 'কইনা' আৰু ঘটটো লোৱাজনে আগতেই পানীত ডুব মাৰি দুয়োটা একেলগে উটুৱাই দিয়ে। হাত ধৰাধৰি কৰি এক আঠু, এক কঁকাল পানীলৈ নামি যায়। পাৰৰপৰা জাউৰিয়ে জাউৰিয়ে হৰিধ্বনি দিয়ে— 'দুৰ্গা গখনি কি জয়। দুৰ্গা দেৱী কি জয়।' গোঁসানীক বিসৰ্জন দিয়ে মানে, ভেতিয়া কালি এন্ধাৰ হয়।

# যাত্ৰাৰ পালা, আমাৰ ফালৰ সভা

কামৰূপত বহুত কেবা থোৰাও যাত্ৰাদল আছিল। তাৰে ভিতৰত আমি জনাত, বামুণকুছিৰ গান, বামাখাতাৰ গান, হালধিবাৰীৰ গান, ভালুকীৰ গানেই নাম কৰা বিধৰ আছিল। পাঠশালাৰ সন্তোৰাম চৌধুৰীক আমাৰ অঞ্চলত নাট্য আন্দোলনৰ বাটকটীয়া বুলিব পাৰি। বজালী অঞ্চলৰ নাট্যজগতৰ 'পিতৃ-পুৰুষ'। পাঠশালাৰ নাট্যদল আটাইতকৈ পুৰণি। বহুত শিল্পীৰ জন্মদাতা। সৰিহৰ গিৰীন্দ্ৰনাথ দেৱচৌধুৰীয়ে গান ৰচনা কৰি নিজেই সুৰ দিছিল। চেতাৰ বেহেলা বজোৱাৰ উপৰিও নানা বাদ্যযন্ত্ৰ বজাব জানিছিল। সৰু সুৰা আৰু বহুতো নাট্যদল আছিল, সেইবোৰৰ বিষয়ে বিতংকৈ একো জনা নাযায়। নাট্য শিল্পী যথেষ্ট আছিল। কিন্তু টিহু-হালধিবাৰীৰ যাত্ৰা আৰু নলবাৰী অঞ্চলৰ মৰোৱাৰ গায়ন-বায়নেই -(ভাওনা) চৰা আছিল। মৰোৱাৰ গায়ন-বায়ন পিছত যাত্ৰাগানলৈ ৰূপান্তৰিত হৈছিল।

আমাৰ এইফালে কাহাৰপাৰাত তিনিদিনীয়াকৈ বৰ ধুমধামেৰে লক্ষ্মীপূজাৰ সভা হৈছিল। ৰাতি অকয়াৰ গায়ন-বায়নে সভা গাইছিল। বেজকুছিৰ গায়ন-বায়নো বৰ নাম কৰা বিধৰ আছিল। কাহাৰপাৰাৰ লক্ষীপূজা চাব আমি গৈছিলোঁ। আমাৰ ঘৰৰপৰা পাঁচ মাইলমান দূৰ। তাত পূজা চাওঁতে দিনতেই গায়ন-বায়ন চাইছিলোঁ। তেতিয়াৰ দিনত পেট্ৰমাক্স লাইট নাছিল। সভাৰ খোলাত দুই-চাৰিটা 'ডালা-লেম' জ্বলাই দিছিল। 'ডালালেম'ৰ তলটো টেবুল লেমৰ দৰে পিতলৰ চিমনিটো হাতলেমৰ চিমনিতকৈ ডাঙৰ। লেমটো ওলোমাই থব পাৰি। ওপৰত ডালা হেন ডাঙৰ ঢাকনি এখন আছে কাৰণে পোহৰটো তললৈ পৰে। ডালা হেন ঢাকনি থকাই 'ডালা লেম' নাম পালে। আচৰত কিন্তু মহলা জ্বলাইহে অভিনেতাৰ মুখ পোহৰ কৰাইছিল।

আমি জনাত নাগেশ্বৰৰ গুটি শুকাই বাঁহৰ খিলাত বিন্ধি মহলা বনাইছিল। ধুলীয়াৰ ভাওনাত হলে চিৰা কানি কামীত বান্ধি কেৰাচিন তেলত ডুবাই মহলা তৈয়াৰ কৰিছিল। পিছলৈ বিয়া-বাৰু সভা-সমিতিত 'গেছ লাইট' (Carbide Lamp) জ্বলাইছিল। পাঠশালা আৰু পাটাছাৰকুছিত থিয়েটাৰ কৰোঁতে 'হেচেক লাইট' (Petromax) জ্বলাইছিল। পাটাছাৰকুছিৰ থিয়েটাৰত পৃথুকাই বৰ গপচত আহি লাইটত পাম্প দিছিল, মাজে মাজে নুমোৱা-জ্বলোৱা কৰিছিল। পৃথুকাৰ গপচ দেখিছিলোঁ নাটক আৰম্ভ হোৱাৰ আগে আগে দলি মাৰি দলি মাৰি ছপা 'প্ৰোগ্ৰাম' দিওঁতে, তেতিয়া মাতিবই নোখোজে।

হেলনাৰ ৰাসপূজা বৰ পুৰণি। শ্ৰীকৃষ্ণলীলাৰ নানা ধৰণৰ মূৰ্তি তাতেই প্ৰথম দেখোঁ। দিনত ঢুলীয়া,ৰাতি যাত্ৰাগান প্ৰায় সভাতেই হৈছিল। ৰিণি ৰিণি মনত পৰে, বেজকুছি সত্ৰৰ সভাত হেনো এবাৰ নাটোৰৰ গান (বঙালী যাত্ৰা) হৈছিল। ছৱহু তিৰোতাৰ 'মেক আপ' দেখি বুঢ়ীসকলে "আই ছিঃ, ধৰ্মৰ সভাত নটীৰ গানহে মাতপা পায়েনা?' বুলি উক্তি কৰিছিল। নাটোৰৰ গান 'নটীৰগান' বুলিহে শুনিছিলোঁ।

ৰণাৰ সভা, মাখিবাহাৰ সভা আদিলৈ আমাৰ গাঁৱৰ মানুহে যাত্ৰা চাব গৈছিল চাৰি-পাঁচ মাইল খোজ কাটি। আকৌ ৰাতি পুৱে পোহৰ হোৱাৰ আগতেই ঘৰলৈ আহি পথাৰলৈ হাল লৈ গৈছিল। মানুহৰ উদ্যম আছিল অসীম।

সভাবোৰত বিশেষকৈ ৰণাৰ সভাত সাৰাহ (বৰকান্দাজ) আছিল। ৰণাপাটগিৰী বংশৰ পূৰ্বপুৰুষ হেনো ৰাজস্থানৰপৰা অহা ৰাণা বংশৰ। অসমতে থিতাপি লৈ পাটগিৰী বাব পালেও বংশ-মৰ্যাদাৰ 'ৰাণা'টো পাটগিৰীৰ লগতে জুৰি ললে। সেয়ে ৰাণা পাটগিৰী হ'ল। একে বংশৰে বিপ্লৱী কবি প্ৰসন্নলাল চৌধুৰীৰ ঘৰত তেওঁৰ পিতাক-আতাকে ৰাজস্থানৰ পোছাক পিন্ধা ছবি এতিয়াও আছে। পূৰ্বপুৰুষৰ স্মৃতিত এই সভা পাতে। সভাৰ থলীত হাই-উৰুমি লাগিলে সাৰাহবোৰে গৈ দমন কৰে। সাৰাহৰ মূৰত বৰপাগুৰি গাত ক'লা হোলোংচোলা, চোলাৰ ওপৰতে কঁকালত বহল পেটী, হাতত দীঘল লাঠি। দেখিলেই যমদূত হেন লাগে। যাত্ৰা আৰম্ভ হোৱাত পলম হলেই সভাস্থলীত বহি থকা পেনঘুলীয়া, টেকেনা ল'ৰাবোৰে খেৰৰ জুমুঠি কৰি যাত্ৰাৰ আচৰলৈ দলিয়াই দিযে, মুখত আঙুলি ভৰাই সুহুৰি বজায়। সাৰাহ আহি কাষ চাপিলেই হাই-উৰুমি তল পৰে। টকোন জোকাৰি জোকাৰি সভাৰ খোলাত পিয়াপি দি ফুৰে।

সভা চাব যোৱা দূৰৈৰ আলহীক ৰাতিৰ বাবে সিধা দিছিল। খুটি মাৰি ৰান্ধি খাবলৈ মাটিৰ চৰুৰপৰা খৰিলৈকে সকলো যোগান ধৰিছিল। ৰন্ধাৰ খোলাও সুকীয়া আছিল। আগৰ দৰে ভৰ নহলেও অজিও নিয়মটো চালু আছে। সাৰাহবোৰে তাৰো তদাৰকি কৰিছিল।

পাটাৰঘাটৰ দুৰ্গাপূজাৰ সভাৰ খোলাত সাৰাহ নাছিল। ৰাইজেই সাৰাহ, ৰাইজেই দৰ্শক। পূজা মণ্ডপৰ ফালে একাৰবীয়াকৈ বৰজাল এখন আঁৰি হুদ বান্ধি দিছিল। গান চাওঁতে আইসকলৰ সেইখিনি আঁচুতীয়াকৈ বহা ঠাই ৰখা আছিল। গোটেই সভাৰ খোলাত ধান খেৰ বা নৰা পাৰি দিছিল। তাতে বহি দৰ্শকে গান চাইছিল। ঢোলত চাপৰ পৰাৰ লগে লগে গুণগুণনি তল পৰিছিল। কিন্তু 'প্ৰোগ্ৰাম' বিলাওঁতে আকৌ মানুহৰ মাজত হৈ-চৈ লাগিছিল। 'ছোক্ৰা' ওলালে তালে তালে

মূৰ ভুলিছিল।

টিহু-হালধিবাৰীৰ যাত্ৰাপাৰ্টি হৰেণ (শৰ্মা) ওস্তাদৰ পাৰ্টি খুলিহে জনাজাত। হৰেণ ওস্তাদ ব্ৰজ (শৰ্মা) ওস্তাদৰ ভাগিন। হৰেণ ওস্তাদ যাত্ৰাপাৰ্টিৰ নামী ওস্তাদ। ছোক্ৰা নাচৰপৰা বচনৰ পাঠদানলৈকে সকলোতে ওস্তাদ। প্ৰায়বোৰ বাদ্যযন্ত্ৰয়ে বজাব জানিছিল, সেয়ে মস্ত ওস্তাদ। বিবেকৰ গান শুনি দৰ্শকে নিতাল মাৰিছিল। হৰেণ ওস্তাদৰ পাৰ্টিয়ে এবাৰ 'বিজয়-বসন্ত' পালা কৰিলে। সেই পালা চাই দৰ্শকে চকুপানী মচিছিল। বহুত কেবাটাও 'মেডেল' পাইছিল। 'মেডেল' পোৱা অভিনেতাই মেডেল বুকুত আঁৰি লৈ অভিনয় কৰিছিল, ডাঙৰ অভিনেতাৰ মান পাইছিল। তেতিয়াৰ দিনত ওস্তাদসকলে ভাৰতীয় নাট্য শাস্ত্ৰৰ বিধি আয়ত্ব কৰিছিল। বিধিমতে বচনো মাতিছিল। টিহু-নান্নাৰটাবীৰ যোগেশ শৰ্মা এই যাত্ৰাৰ দলতেই নাট্য-শাস্ত্ৰৰ প্ৰথম পাঠ লৈ মঞ্চজগতৰ প্ৰবীণ শিল্পীৰূপে খ্যাতি অৰ্জন কৰে। তেখেত একাধাৰে সংস্কৃত পণ্ডিত নাট্যশাস্ত্ৰৰ সাত্বিক শিল্পী। এবাৰ গুৱাহাটীত নাট্য-আলোচনা চক্ৰত ভাগ লওঁতে ভৰত নাট্য-শাস্ত্ৰৰ বচনেৰে আৰম্ভ কৰি নাট্যশাস্ত্ৰৰ তাত্বিক তথ্যৰ যেতিয়া বহুল ব্যাখ্যা দিব ধৰিলে, পণ্ডিত-দৰ্শকসকলে থৰ হৈ শুনি আছিল। লক্ষ্য চৌধুৰী আৰু যুগল দাসে ৰব নোৱাৰি মঞ্চতেই আহি সাবতি ধৰিছিল, সম্মান জনাইছিল।

এবাৰ গুৱাহাটীত নাট-মহোৎসৱত পাটছাৰকুছিৰ প্ৰাচ্য সংঘয়ো যোগদান কৰিছিল। ৰজনী (শৰ্মা) ভোলাৰ অভিনয় দেখি অতুল হাজৰিকাই মঞ্চতেই গৈ সাবতি ধৰিছিল, মঞ্চ চলি থকা তেওঁৰ ফামেই নাছিল। তেনে পণ্ডিত নাট্যশিল্পী তেতিয়াৰ দিনত অনেক আছিল। নাট্যশিল্প সাধনাৰহে বস্তু ব্যৱসায়ৰ নাছিল। সময়ৰ সোঁতত তেনে সাধক শিল্পীৰ সাধনাত লাহে লাহে ভাটা পৰিব ধৰিলে। পাশ্চাত্য কলা-শিল্পলৈহে ধাউতি বাঢ়িল।—

'এৰা পৰকে আপন কৰে
বাহিৰে বাঁশিৰ ৰবে
ভাল বাসে সুখে দুখে
জীৱনেৰ কৰে।
অপোনাৰে পৰ--
ছেড়ে যায ঘৰ
ব্যথা সহে হাঁসি মুখে
চিৰ-জীৱন নিৰ্ভৰ।'

—ৰবীন্দ্ৰনাথ ঠাকুৰ

ব্ৰজ শৰ্মাৰ 'কহিনুৰ অপেৰা' ভাঙি যোৱাত শিল্পীসকলৰ থানথিত নোহোৱা হ'ল, বিভিন্ন ঠাইত চিটিক পৰিল। ন ন পালা খুলিলে। পাঠশালাৰ চন্দ্ৰ চৌধুৰীক পাঠশালা নাট্যদলত ভাও লওঁতে অভিনয় দেখি ব্ৰজ ওস্তাদে দললৈ পলুৱাই নিছিল। সিও এক বিৰাট কাহিনী। চন্দ্ৰ চৌধুৰী নাট্য-শাস্ত্ৰৰ পোক আছিল। নানা বাদ্যযন্ত্ৰতো দখল আছিল। বিভিন্ন পালাৰ ওস্তাদ হ'ল, নাট্য-সম্ৰাট হ'ল। সনাতন হাজৰিকা ব্ৰজ ওস্তাদৰ পালাত 'ছোক্ৰা' আছিল। মাতটো ছোৱালীৰ মাতৰ দৰে মিঠা, কোমল। ছোৱালীৰ ভাওহে লৈছিল। পালাত আন ছোৱালীৰ লগত ছোৱালী হৈ গান গাইছিল, নাচিছিল। দৰ্শকে ছোৱালী বুলিয়ে ভাবিছিল। সনাতন হাজৰিকা যেতিয়া ওস্তাদ হৈ নতুন পালা খুলিলে সেই পালাত নাচ-গানৰ প্ৰভাৱ বেছি পৰিছিল। সংগীত শাস্ত্ৰতহে তেওঁৰ অধিক দখল আছিল। ভবানীপুৰৰ ওচৰৰ টাপাত নতুন যাত্ৰা দল খুলিছিল। নিজে ওস্তাদ হলেও নিজেই গান গাইছিল, নাচিছিল।

এবাৰ আমাৰ স্কুলৰ (পাটাছাৰকুছি বিদ্যাপীঠ) সৰস্বতী পূজাত টাপাৰ গান হৈছিল। সেই সময়ত বোম্বাইৰ 'গেমন এণ্ড কোম্পানী'য়ে কালদিয়া নদীত পকা দলং সাজি আছিল। তাৰে ইঞ্জিনিয়াৰ মিঃ জি গিদিয়ানী চাহাব পৰিয়ালৰ সৈতে পাটাছাৰকুছি ডাক বঙলাত আছিল। তেওঁলোককো পূজালৈ নিমন্ত্ৰণ কৰা হৈছিল।

গিদিযানী দম্পতি ডাক বঙলাত অকলে অকলে থকা দেখি দেউতাই এদিন আমাৰ ঘৰলৈ মাতিলে। তেওঁলোকৰ এটি অকণমানি টুকটুকীয়া ৰঙাপৰা 'ছবিহেন কেঁচুৱা আছিল। কেঁচুৱাটোক 'প্ৰাম' এখনত লৈ গধূলি পৰত ফুৰাৰ চলেৰে আমাৰ ঘৰলৈ আহিল। পিছলৈ প্ৰায়ে অহা হ'ল। কেঁচুৱাটোৱে ইটোৰ কোলা সিটোৰ কোলাকৈ গোটেই গাঁৱখনতে ঘূৰা হ'ল। তেওঁলোকৰো প্ৰবাসত থকা যেন নলগা হ'ল। ইয়াৰপৰা উঠা দি যোৱাৰ দিনাখনহে শ্ৰীমতী গিদিয়ানীয়ে চকু চলচলীয়া কৰি মা দেউতাৰপৰা বিদায় লৈ গৈছিল।

দলং সাজোঁতে পিলাৰ বহুৱাবলৈ নদীত বান্ধ বান্ধিছিল। বান্ধ ৰাখিব নোৱাৰে, ভাঙি যায়। গৰকাপ্তানী বিভাগৰ মুকুন্দ মহৰী কালদিযা নদীৰ লগত বহুত দিনৰ সম্পৰ্ক আঁত ঘাত সকলো জানে। বহুত বান পাৰ কৰাই দিছে। তেওঁৰ দিহামতে বোম্বাইৱালা কোম্পানীয়ে কৌশল কৰি কোনোমতে একাষৰীযাকৈ বান্ধ বান্ধিলে। কাম আৰম্ভ হ'ল। 'পিলাৰ আধা বহুৱাওতেই মেচিন ভাঙিল বয়লাৰৰ পাইপ দুবাৰো ফাটিল, মানুহো জখম হ'ল। বৰ হাৰাশাস্তি হ'ল। বামুণ অধ্যাপক এজনে বিধি দিলে, বোলে কালদিয়া নদীত মহাকাল ভ্ৰমি ফুৰে। ই জীৱন্ত, বৰ শক্তিবান। কোপদৃষ্টি পৰিছে, পূজা এভাগ দিব লাগিব। মহাকালক সন্তুষ্ট কৰিব লাগিব। তেওঁৰ দিহামতে দলং সাজিব লোৱা ঠাই ডোখৰতে পূজা কৰিলে পঠা বলিও দিলে।

কৰ্মচাৰী কামিলা আটায়ে একেলগে বহি প্ৰসাদ খালে, ভোজভাত খালে। তাৰ পিছতেহে আকৌ দলগুৰ কাম আৰম্ভ কৰিলে। এতিয়া অৱশ্যে জাতীয় সৰণিৰ বহল পকা দলং হোৱাত আগৰখন ছেৰা পৰিল।

পূজাৰ দিনা আবেলি অভিভাৱক নিমন্ত্ৰিত ভদ্ৰলোকক চাহ-মিঠাইৰে আপ্যায়ন কৰোৱা হয়। গধূলি পৰত গিদিয়ানী দম্পতি আহি নিমন্ত্ৰণ ৰক্ষা কৰিলে। পূজাৰ নিৰ্মালি ললে প্ৰসাদো খালে। ৰাতিকৈ যাত্ৰাগানৰ কথা শুনি চোৱাৰ আগ্ৰহো দেখুৱালে।

ৰাতি নমান বজাত যাত্ৰা আৰম্ভ হ'ল। ছোক্ৰা ওলাল, নাচি নাচি গান গালে। এনেকৈ ছোৱালীয়ে নাচি নাচি গান গোৱা হেনো তেখেতসকলে আগতে দেখা নাই। উত্তৰ প্ৰদেশ, বিহাৰত নোটাংকি গানহে দেখিছে। প্ৰথম অংক পৰাত ওস্তাদ হাজৰিকাই হিন্দীভাষী মানুহ দেখি নিজেই ছোৱালী সাজি এজন ল'ৰাৰ লগত নাচি নাচি এটি হিন্দী 'ফাচ' গান গালে। গিদিয়ানী দম্পতিয়ে আনন্দতে ৰব নোৱাৰি উঠি গৈ নাচনীবেশী হাজৰিকাক দহ টকা ৰূপ পুৰস্কাৰ দিলে। ওস্তাদ হাজৰিকাৰ বুকুত বহুত মেডেল আঁৰি থোৱা আছিলেই। তাৰ মাজতে দহটকীয়া নোটখনো জিলিকি উঠিল।

নাটকত ৰাজকুমাৰৰ বিয়াৰ দৃশ্য আছে। বিয়াত 'সুৱাগ জৰা গীতটো সুন্দৰকৈ পৰিবেশন কৰিছিল। অসমীয়া বিয়াৰ গীত এই নাটকতে সনাতন হাজৰিকাৰ সৌজন্যত অতি সুন্দৰকৈ পৰিবেশন কৰা এয়ে প্ৰথম পাইছিলোঁ। আনকি পিছলৈ প্ৰায় সংগীত প্ৰেমী দৰ্শকৰ মুখে মুখে বিয়াৰ গীত শুনা গৈছিল। আমিও গাঁৱৰ বুঢ়ীসকলৰপৰা লিখি লৈ আওৰাইছিলোঁ।

নাটকৰ শেষত অভ্যাগতই 'হিন্দী ফাচ গান গোৱা ছোৱালীজনীক চাব বিচাৰিলে। ধুতি পাঞ্জাবী পিন্ধি সনাতন হাজৰিকা আহি ওলোৱাত তেওঁলোকে বাৰে বাৰে ছোৱালীজনীৰ কথাহে সুধিলে। আমাৰ এছিষ্টেন্ট হেডমাষ্টৰে বুজাই কোৱাত হৰিবিৰি চিনিলে। 'Assam is a land of Magic' বুলি উক্তি কৰিলে।

# পণ্ডিতৰ পাণ্ডিত্য

তেতিয়াৰ দিনত কামৰূপ জিলাৰ নলবাৰী আৰু বজালী অঞ্চলত সংস্কৃত শিক্ষাৰ প্ৰচলন বৰ বেছি আছিল। পছিমীয়া শিক্ষাৰ স্কুল বুলিলে গুৱাহাটী, নলবাৰী বৰপেটাতহে আছিল। বহুত দিন পিছতহে পাঠশালাত 'বজালী হাইস্কুল' স্থাপিত হৈছিল ১৯২৬ চনত । সংস্কৃত টোল প্ৰায় বামুণীয়া গাঁওবোৰতেই আছিল। ছাত্ৰই বেছিভাগ টোলতেই থাকি শিক্ষা লাভ কৰিছিল, ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিছিল। সংস্কৃত টোলৰ ছাত্ৰসকলে চ'ত মাহত 'চৈত ফুৰিব গৈছিল । গাঁৱে গাঁৱে গৈ মানুহৰ ঘৰে ঘৰে নতুন বছৰৰ বাবে মংগলাচৰণ কৰি আহিছিল। গৃহস্থযো সাধ্য অনুপাতে এক অনা দ-ুঅনা মাননি দিছিল। আজিকালি তেনে টোল নোহোৱা হ'ল সেয়ে চৈত ফুৰাও নোহোৱা হ'ল।

বজালীৰ বিচানকুছি গাঁওৰ বৈকুণ্ঠনাথ দ্বিজে বৰপেটা-পাটবাউসী অঞ্চলত ভাগৱত পাঠ কৰি 'ভাগৱত ভট্টাচায উপাধি লৈ শেষত বৰনগৰতে টোল খুলি নিগাজীকৈ বহিছিল। সেই সময়ত স,স্কৃত পণ্ডিতসকলৰ কদৰ বেলেগ আছিল। নলবাৰী বা বজালীৰ বামুণীয়া বিয়াবোৰত কইনাঘৰত বিযাৰ ৰভাৰ তলত দৰা কইনা দুই পক্ষৰে পণ্ডিত-অধ্যাপকৰ মাজত তৰ্ক প্ৰতিযোগিতা হোৱাটো একৰকম নিয়মতেই পৰিণত হৈছিল।

এবাৰ নলবাৰী অঞ্চলৰ কইনাৰ বিযাত বজালী অঞ্চলৰ দৰা আছিল। দৰাৰ লগত পণ্ডিত ব্যক্তি কেইবাগৰাকীও বৰযাত্ৰী হৈ গৈছিল। তাৰে ভিতৰত ভোগপুৰৰ কনক ন্যায়শাস্ত্ৰী আৰু বামুণকুছিৰ গ ণশ্বৰ শৰ্মা অধ্যাপকো (গৌৰীপুৰ সংস্কৃত বিদ্যালযৰ অধ্যাপক) আছিল। বিযাত পৌৰহিত্য কৰিছিল অধ্যাপক শৰ্মাই। অমনোযোগিতাৰ ফলতেই হোম পাতোঁতে ওলোটাকৈ পাতিব ধৰাত কইনা পক্ষৰ খুঁট ধৰা পণ্ডিতসকলে জকজকাই উঠিল। অধ্যাপক শৰ্মা বিবুদ্ধিত পৰিল, বিব্ৰত হ'ল। তেও ততালিকে শুদ্ধ কৰি ললে যদিও তৰ্কবাগীশ পণ্ডিতসকলে ফেৰ পাতি উঠিল। উপস্থিত বুদ্ধিসম্পন্ন কনক ন্যায় শাস্ত্ৰীয়ে ঘপহকৈ উঠি দৃঢ়তাৰে কৈ উঠিল— 'অধ্যাপক শৰ্মাৰ হোমবিধিত ভুল হোৱা নাই।' সেইবুলি মনতে এটি শ্লোক ৰচনা কৰি গাই দিলে। অমুক পুথিৰ অমুক অধ্যায়ত এই শ্লোকটো আছে।

সেই শ্লোক অনুসৰি এই পক্ষৰ এই তিথিত এনেকৈ হোম পাতিবও পাৰি, অশুদ্ধ হব নোৱাৰে।

কইনা পক্ষৰ পণ্ডিতসকলে সেই পুথিৰ নামেই শুনা নাই। ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিব ধৰিলে। তেওঁলোকৰ মাজত গুণগুণনি উঠিল। বিমোৰত পৰিল। বজালীৰ পণ্ডিতৰ ওচৰত নলবৰীয়া পণ্ডিতসকলে সেও মানিবলৈ বাধ্য হ'ল। বিয়া সুকলমে সম্পন্ন হৈ গ'ল। বহুত দিন পিছতহে ন্যায়শাস্ত্ৰীয়ে পণ্ডিত প্ৰবৰ মনোৰঞ্জন শাস্ত্ৰীৰ আগত কথাটো ফাঁচ কৰিলে। শাস্ত্ৰীয়ে ন্যায়শাস্ত্ৰীৰ উপস্থিত বুদ্ধিক তাৰিফ নকৰি নোৱাৰিলে। সেই সময়ত বজালীত আৰু বহুত কেবাজনো বিদগ্ধ পণ্ডিত আছিল।

# ডাণ্ডৰ সৰুৰ সভা

পাঠশালা আৰু পাটাছাৰকুছিৰ মাজতে হৰিদেৱৰ হৰিপুৰ সত্ৰ। সত্ৰাধিকাৰ আছিল সূৰ্যকান্ত গোস্বামী, পণ্ডিত ব্যক্তি। সামুদ্ৰিক জ্ঞানতো অগাধ পাণ্ডিত্য। তেওঁৰ নিজৰ চৌহদতে টোল এখনো আছিল। সঁচাকৈ মানুহজনক দেখিলেই ভক্তি আহে, মূৰ দোঁ খাই যায়। ঘুটমুটীয়া, চুটি চাপৰ। গাত চোলা নাই, চেলেং এখন মেৰুৱাই লয়, হাতত ছাতি। জাৰকালি পুহমাহৰ টেকিতো গাত লিপিতকৈ লাগি ধৰাকৈ মখমল কাপোৰ এখন মেৰুৱাই লয়। তাৰ ওপৰত বগা চাদৰ। এনেয়ে শিচ ফৰ্টবিলৈ বৰকৈ নাযায়, কিন্তু শিচৰ কিবা বিপদ-আপদৰ খবৰ পালে খবৰ নোলোৱাকৈ নাথাকে। বেমাৰ -আজাৰ হলে সাধাৰণভাৱে জাৰুৱা ঔষধ, জাপ আদি দিয়ে, কুশল কামনা কৰে। শিচসকলেও পিতৃবৎ দেখে। ওচৰৰ চুবাৰে শিচ কানীয়া বৈষ্ণৱৰ দিনে-ৰাতি তেওঁৰ ঘৰতেই উঠবহ। প্ৰভুই ক'ৰবালৈ ভাগৱত পাঠ কৰিবলৈ গলে কানীয়া বৈষ্ণৱকে ভকত কৰি লগত লৈ যায়। প্ৰভুৰ লগতে থাকি কানীয়া ভকত বৈষ্ণৱ' হ'ল, তত্ত্বজ্ঞানো অলপ-অচৰপ আহৰণ কৰিলে। 'আদি যামল'কৈ আদি কৰি দুই এখন সৰু সৰু পুথিও আওৰাইছে। নিজ চুবাৰ গোসাইঘৰত তিথি পাৰ্বনত কীৰ্তন ঘোষা নামঘোষাৰ দুই এটি আধ্যায়ও পঢ়ে। লাহে লাহে মানুহজনে আধ্যাত্মিক পণ্ডিত বুলিও নিজকে জাহিৰ কৰিব ধৰিলে।

কানীয়া বৈষ্ণৱে 'ক মানতে পঢ়া সাং কৰিলে। অ আ ক খ পঢ়িব পাৰে। যুক্তাক্ষৰ হলে পঢ়াত কেণা লাগে। কেতিয়াবা কীৰ্তনঘোষা পঢ়িলে 'ত্ৰাহি হৰি কৃপালো পঢ়োতে এহি হৰি কিৰপালো পাঢ়ে। কাৰণ 'ক মানত 'ত'ত 'ৰ'-কাৰটো পঢ়া নাই। গতিকে 'ত্ৰ'টো এ বুলিযে মাতি তত্ত্বজ্ঞান দিযে। এনে তত্ত্বজ্ঞানৰ ভঁৰাল দেখি মধু মহৰীযে কানিয়াক নিজৰ কজাত সোমাই লোৱাত সুচল পালে। মহৰী বৰপেটাৰ উকীলৰ মহৰী পেছত পাকৈত। বৈষ্ণৱ নিজ চুবাৰ গোসাই ঘৰৰ হদতে থকা কদম গছডালৰ গুৰিতে বিজুলি বাঁহত ৰঙা কাপোৰ বান্ধি চাট পুতিলে। শিৱধাম সাজিলে। শিৱধামত সোমবাৰ-শুকুৰবাৰে পূজা পাতে। বহুতে এচিলিম দুচিলিম ভাং মানস কৰে। শিৱধাম গাহিলা হয চেলাও বাঢ়ে। মাননিৰ পইচাৰো মুখ দেখে। কানীয়া বৈষ্ণৱ ভাঙৰ নিচাত ভোৰ হৈ থাকে। শিৱৰাত্ৰিৰ দিনা বৈষ্ণৱে শিৱপূজাৰ চুটা কৰি সদাশিৱলৈ আগবঢ়োৱা ঘোটা আৰু ভাঙৰ চিলিমত টান

মাৰে। বেছচ হৈ সদাশিবটোৰ দৰে পৰি থাকে। বাইলং কোবায়, হেনো ব্ৰহ্মজ্ঞান পায়। বৈষ্ণৱৰ ভাং খোৱা চেলাসকলে জাহিৰ কৰে-- বৈষ্ণৱৰ গাত শিৱে লম্ভিছে। ফয়দা লুটিব বিচৰাইঁতে কানীয়া বৈষ্ণৱক শিখণ্ডি কৰি লৈ ধৰ্মনীতি- ৰাজনীতিৰ ভেটি ৰচনা কৰে। বোলে গোসাইৰ হৰিদেৱৰ থানৰ হাজাৰ পূৰা মাটি। গোসাইতো খেতি নকৰে। আমিহে বুকুৰ তেজ পানী কৰি খেতি কৰোঁ। মাজতে ফাওতে গোসাই ভাগ লয়। ঠেং পাক মাৰি আমাৰ ওপৰতে খায়। নাঙল যাৰ মাটি তাৰ। গোসাযে 'নমঃ' 'নমঃ' কৰিযে আমাক চুচি খাইছে। আমি আমাৰ নিজৰ মানুহতেই শৰণ লম তেওঁকেই গোসাই মানিম। গোসাই কিবা সৰগৰপৰা আহিছে নেকি। গোসাই কিহৰ ডাঙৰ। আমিও মানুহ, ব্ৰহ্মজ্ঞান পালেই বামুণ। এতিয়া কানীয়া বৈষ্ণৱক কানীযা ভাঙুৰী বুলিহে জনা হ'ল।

এদিন কিবা কথাত গোসাইৰ বিষযে বৰ হেযজ্ঞানৰ সুৰত কৈ উঠিল 'বৰ জাক্ত সৰু জাত নাই, আমি সকলোৱে সমান একে শাৰীৰ। গোসাই কিহৰ ডাঙৰ।'

এই কথাবোৰ গোসাইৰ কাণলৈ গলেও তেও কিন্তু সেইবোৰলৈ কাণসাৰ কৰা নাই। একাণেদি সোমায় একাণেদি ওলায যায। এদিন গোসাইৰ লাংলাৰ মুখতে বৈষ্ণৱক দেখি মাত লগালে

'অ কানীযাৰাম আজিকালি দেখো তোমাক দেখিবলৈকে নাই। সিদিনা তোমাৰ গৃহস্থনী আহিছিল। কেচুঁৱাটোৰ হেনো পযা লগা বেমাৰ। কিবা নজৰ লাগিছে, একো নাখায় শুকাই-খীনাই গৈছে। বৰ দুখ কৰি ক'লে। তুমি বোলে ঘৰৰ ফালে চকুৱে নিদিযা। মই জাৰ-ফুক কৰি জাপ এডাল দিছোঁ। অনুপানৰে সৈতে দুটামান বডিও দিছোঁ। এতিযা বা কেনে পাইছে? খবৰ এটা পালে ভাল লাগে।'

কানীযা বৈষ্ণৱে ভাবিলে গোসায়ে এইবোৰ কৈ ভাল লগাইছে। ফালৰি কাটি যোৱাৰ দৰে কলে 'মই দেখু তাইক দিব্য ডাক্তৰৰ তাকেহে নিবা কৈছিলু। কি'যাবা আপ্নাত্তাকে আনলাক দাৰুই আধেনো গুণ কৰা নাই।

ৰাখে হৰি মাৰে কুনে, মাৰে হৰি ৰাখে কুনে। - বৰ নিৰ্বিকাৰ ভাবত পিছৰ কথাষাৰ ক'লে। গোসাইৰ কথাত বেছি গুৰুত্ব নিদিলে। দিব্য কম্পাউণ্ডাৰক গাঁৱত ডাক্তৰ বুলি মাতে। গাঁৱৰ মানুহৰ মানত ডাক্তৰ বিপদৰ বন্ধু। ৰাতি-বিয়াল মাত দিলেই পায়।

বৈষ্ণৱৰ লগত দুই-চাৰিজন চেলা থাকেই। আনকি মাজে সময়ে মাধৱ মণ্ডল আৰু মধু মহৰীও আহি শিৱধামৰ খোলাত বহে। চিলিমৰ টানত কথাৰ পাগ

ভৰ হয়, আলাপো গাহিলা হয়। মহৰীৰ চাতুৰি বৈষ্ণৱৰ কাণত সোমায়। মণ্ডলে তাতে আকৌ জাগ দিয়ে।

মহৰীৰ বাৰীৰ হুদৰ কাষতে গোসাইৰ এপুৰা মাটি আছে। মহৰীৰ মাটিৰ লগতে চামিল কৰিব পাৰিলে বেৰখন পোন হৈ উঠিব। মণ্ডলো হাতৰ মুঠিৰ। সেই মাটিৰ চহ গোসায়ে চপাব নাপায়। আগতেই গৰু-ছাগলীয়ে খাই উদং কৰে। সেযে আধি চুক্তিতেই মহৰীক চহ কৰিব দিছে। চল কৰি আধিয়াৰ আইনৰ পেছত পেলাবলৈ চল কৰিলে।

দিনক দিনে গুৰু-শিচৰ মাজত কেজাং বাটি আহিল। গুৰুৰ লগতে গুৰু বংশৰ নামতেই সাত কিল মৰা হ'ল। তেনেকৈ দলো পকালে। উঠি অহা চেংৰাসকলৰ বহুতকে হাত কৰিলে। গোসাই-শিচৰ মাজৰ সম্বন্ধত ঘূণে ধৰিব ধৰিলে। এদিন গোসাই ক'ৰবাৰপৰা ভাগৱত পাঠ কৰি আহিছে। বাক্য মিস্ত্ৰীৰ লাংলাৰ মুখতে হামকুৰি খাই পৰিল। কোনোবাই হেনো কল খাই বাকলি পেলাইছিল। বাঁহনিৰ ছাঁত মণিব নোৱাৰি বাকলিতে ভৰি পৰি পিচল খালে। গোসাইৰ নাম শুনিব নোৱাৰা কেছুৱা চেংৰাসকলে খিলখিলাই হাততালি দি হাঁহিব ধৰিলে।

বৈষ্ণৱৰ চেংৰা চেলাসকলৰ সৈতে গোসাইৰ তাতেই ভেটা-ভেটি হ'ল। শুনা-নুশুনাকৈ পৰৰ খাৱ গহে আহিল বুলিও সিহঁতৰ কোনোবাই উক্তি কৰিলে সাতাম পুৰুষক উদ্ধাৰ কৰিলে। কথাষাৰ গোসাইৰ কাণত থহ কৰে সোমাল।

বাক্য মিস্ত্ৰীযে বাহিৰতে কামী চাচি আছিল। গোসাইৰ তেনে অৱস্থা দেখি দৌৰী আহিল। প্ৰভুক তুলি লৈ তেওঁৰ ঘৰলৈ নি হাত ভৰি ধুৱাই দিলে শুশ্ৰূষা কৰিলে। মিস্ত্ৰীক দেখি চেংৰাসকল পলাল। ই কাণ সি কাণ কৰি কথাটো চানি গ'ল। বাক্য মিস্ত্ৰীকে ধৰি বুঢ়া-বাথা কেইজনমানে এই কথাৰ ওৰ পেলাবলৈ বুলি উঠি পৰি লাগিল।

যি গোসাই আহিলে সশ্ৰদ্ধাৰে বাটৰ কাষত থিয় হৈ বাট এৰি দিযে আজি দেখ দেখকৈ আগতেই এনে ব্যৱহাৰ কৰাত গোসাই বৰ অপমান বোধ কৰিলে। গোসায়ে ধীৰ-স্থিৰভাৱে বৈষ্ণৱক মাতি কলে, 'কানীয়াৰাম তোৰ ভাগে তই আছ, মোৰ ভাগে মই। মইতো তোৰ একো হানি কৰা নাই । তইঁতে মোৰ পিছত লাগিছ কিয়? ঠিক আছে, সমাজ পাত। সমাজে ডাঙৰ সৰু নিৰ্ধাৰিণ কৰিব। আন এজন বুঢ়া শিচে কৈ উঠিল, "ইটো কথাৰ কথা নহয় ই কথাৰ মূৰ মাৰিব লাগিব। প্ৰভুৰ অপমান আমাৰ অপমান।'

গাঁৱৰে আন বুঢ়া-বাথাসকলে কথাটো শুনি গোসাইঘৰতে সাজেলিৰ পৰহঙৰ (নাম প্ৰসংগ) পিছত কথাটো আলচ কৰিব ল'লে। প্ৰভু নিৰ্বিকাৰ। এই কথাত

বেছি আগবঢ়াৰ ইচ্ছা প্ৰকাশ নকৰিলে যদিও, বৈষ্ণৱৰ গিয়াতি মানুহ কেইজনমানেই প্ৰভুক কৰা অপমানৰ হোৰ তুলিবলৈ উঠি পৰি লাগিল। সমাজ পাতি তাৰ কথাৰ গুৰি লব লাগে। তুল নুতুলত কথাৰ মোট সলনি হ'ল, সিইঁতৰ মাজত দুই খেল হ'ল। জেদ চাপিল, সমানে সমানে পাল্লা দিয়াৰ দিহা হ'ল। সৈ-মিচিলততো নাহিলেই, বৰং জঁটহে বেছিকৈ লাগিল। শেষত কেইজনমানৰ মধ্যস্থতাত ৰাতি দোভাগত দিন-বাৰ ঠিক কৰিলে, – সমাজ পাতিব, দুই পক্ষৰে যুক্তি দৰ্শাব কোন ডাঙৰ!

সেই সময়ত বৰপেটা মহকুমাৰ মহকুমাধিপতি আছিল তীক্ষ্ণ বুদ্ধিৰ ৰবীন খাওন্দ। মহকুমাধিপতিকে সভাৰ সভাপতি পতাৰ কথা ঠিক হ'ল। মহকুমাধিপতিও গোসাইৰ জাতৰ কাৰণে তেখেতে অলপ হেহ্-নেহ কৰিলে। গোপনে বাতৰি ল'লে– কথাৰ গাঁঠি টানকৈয়ে লাগিছে।

নিৰ্দিষ্ট দিনত গোসাইঘৰৰ চোতালতে বিৰাত ৰভা সাজিলে। দুই পক্ষৰে মানুহৰ সমাগম হ'ল – বিৰাট পৰীক্ষা। গোসাইৰ জাত মানী নে বৈষ্ণৱৰ জাত মানী! গোসায়ে নিমন্ত্ৰণ দিলে গৌৰীপুৰ সংস্কৃত কলেজৰ অধ্যক্ষ ষডানন বিদ্যাবাগীশ নলবাৰী সংস্কৃত কলেজৰ মনোৰঞ্জন শাস্ত্ৰী জীৱেশ্বৰ গোস্বামী ভৱদেৱ ভাগৱতী বজালীৰ কনক ন্যায়শাস্ত্ৰী আৰু বহুতো বিশিষ্ট সংস্কৃত তাত্বিক শাস্ত্ৰজ্ঞসকলক।

বৈষ্ণৱৰ পক্ষে আহিল এজন প্ৰগতিশীল ডেকা দাৰ্শনিক। তেও অকলেই এশটা। স্থানীয় তাত্বিক জ্ঞান বিশিষ্ট অধিবক্তা এজন। তেও পিছলৈ গুৱাহাটীত নিগাজীকৈ থিতি লৈ শেষ কালত বৌদ্ধধৰ্মত দীক্ষিত হৈছিল। আকৌ আন এজন বজালী পৰগণাৰে অধিবক্তা পিছলৈ তেও বৰপেটাৰ স্থায়ী বাসিন্দা হৈছিল।

কথাবোৰ শুনি মহকুমাধিপতিৰ গা জিকাৰ খাই উঠিল। পিছলৈ এই কথাযে আন ৰূপ ধাৰণ কৰিব পাৰে। ভৱিষ্যতে যাতে কাঠ-আঁজনি হৈ নবহে, তাৰহে চিন্তা কৰিব ধা । খেত বৰ বিপাঙত পৰিল। বিশিষ্ট বন্ধু ধনীৰাম তালুকদাৰৰ লগত আলোচনা কৰিলে। কথাটো শুনি তালুকদাৰে হাঁহি মাৰি উৰুৱাই দিলে —ঠিক আছে সে এই যাম। আৰক্ষীৰ মানুহ লব নালাগে। বজালীৰ আঁত-ঘাত মোৰ জনা ছে। উৰহীৰ ওৰ ক'ত, তাকো নজনা নহয়। কিন্তু মহকুমাধিপতি তেওঁৰ বেছ অশ্বস্ত হব নোৱাৰিলে গোপনে সতৰ্কতামূলক ব্যৱস্থা ললে পাকচক্ৰত পৰি ধাৰণ কৰিব পাৰে বুলি।

সমযত মহকুমাধিপতিৰ গাড়ীতে ধনীৰাম তালুকদাৰো আহিল। দুই বজাত সভা বহিব। নিমন্ত্ৰিত অতিথিবৃন্দ সভাৰ ৰভাৰ তলত দুইফালে বহি আছে। দৰ্শকেৰে ৰভা চাহ পৰিছে। ঠিক সমযমতে বৰহাকিম ৰভাৰ তলত বহিল। গুণগুণনি উঠিল বহৰহাকিম সভাপতি গোসাইৰ জাতৰ। সভাৰ আহ্বাযক

সূৰ্যকান্ত গোস্বামীয়ে সবিনয়ে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে— কোনো আক্ৰোশৰ কথা নহয়, বুজা-পৰাৰহে।

বৈদিক প্ৰথামতে দুয়ো পক্ষৰে সম্মানী অতিথিসকলক চন্দনৰ ফোঁট আৰু এটিকৈ বগা ফুল দি মান ধৰিলে। তাৰ পিছতেই সভাপতি বৰণ

আচম্বিতে কোনেও তৎ ধৰিব নোৱাৰাকৈয়ে আনকি বৰহাকিমেও গম নোপোৱাকৈ সিংহপুৰুষ ধনীৰাম তালুকদাৰে ৰহাৰপৰা উঠিয়ে, 'আজিৰ পৰিস্থিতি আৰু সভাৰ উদ্দেশ্য বুজিব পাৰি এই সভাৰ সভাপতি হিচাপে মই নিজকেই যোগ্য ব্যক্তি বিবেচনা কৰি সভাপতিৰ আসন গ্ৰহণ কৰিলোঁ'— বুলি কৈয়েই সভাপতিৰ আসনত বহি পৰিল। ই পক্ষইতো হাত তালি দিলেই, সি পক্ষয়ো ভাবিলে ভালেই হ'ল আমাৰেই মানুহ। হাত চাপৰিৰ জাউৰ উঠিল। দুই পক্ষৰ হাত চাপৰি পৰিল যেতিয়া 'সমৰ্থন' হৈয়ে গ'ল।

সভাৰ কাম আৰম্ভ হ'ল। সিপক্ষৰ দাৰ্শনিক পণ্ডিতৰ যুক্তি দৰ্শোৱাৰ পাল পৰিল। ডেকা দাৰ্শনিকে বহুল তত্ত্ব দাঙি ধৰিলে প্ৰায় এঘণ্টাৰো বেছি সময় বক্তৃতা দিলে। কিন্তু কোন শ্ৰেষ্ঠ সেই বিষয়ে আওচৰীয়াকৈ এৰি গুচি গ'ল। তাৰ পিছত বৌদ্ধ-আচাৰ্যয়ো নানা যুক্তি দৰ্শালে, কিন্তু তেওৰ বক্তৃতাতো 'কোন শ্ৰেষ্ঠ' তাৰ স্পষ্ট ৰূপ ফুটি নুঠিল। ফালৰি কাটি গ'ল। প্ৰায় এঘণ্টামানৰ ভিতৰতেই তেওৰো বক্তৃতাৰ সামৰণি পৰিল। স্থানীয় অধিবক্তাজনে বৰ বেছি আগ নাবাঢ়িল অলপ কেইষাৰমান কৈয়ে বহি পৰিল। ইফালে গধূলি হ'লেই। দুটামান পেট্ৰমাক্স লাইট জ্বলাই দিয়া হ'ল। ই পক্ষৰ পণ্ডিতসকলে যুক্তি দৰ্শোৱাৰ সুৰুঙাই পোৱা নাই, ধীৰ স্থিৰ হৈ বহি আছে। সভাপতিয়ে বৈষ্ণৱৰ পক্ষৰ আকৌ কিবা বক্তব্য আছে নেকি বুলি খবৰ কৰিলে। বৈষ্ণৱ ৰভাৰ তলত নাই, অন্তৰ্ধ্যান হ'ল। সিপক্ষৰ সম্মানিত তাত্ত্বিক পণ্ডিতবৃন্দৰ দুই-এজনে নিজ কামৰ গইনা লৈ সভাৰ মাজতেই বিদায় মাগিলে।

সাজ লাগো লাগো হৈছে, সভাপতিয়ে আন কাৰ্যাৱলীসমূহ ডেং মেলি পাৰ হৈ 'সভাপতিৰ ভাষণ'লৈ গ'ল। গীতাৰ শ্লোক এটি মাতি পণ্ডিতপ্ৰবৰ অতিথি বৃন্দক সম্মান জনাই নিজ ভাষণ আৰম্ভ কৰিলে। ইফালে লাইটৰ পোহৰে ঢুকি নোপোৱাৰ চল পাই সভাসদসকলৰ বহুতে ৰভাৰ তলৰপৰা অন্তৰ্ধ্যান হব ধৰিলে। ঠাহ খাই পৰা ৰভাৰ তলি জেংজেঙীয়া হৈ পৰাত সভাপতিৰ দীঘলীয়া ভাষণো টুটাবলৈ বাধ্য হ'ল। তেতিয়া সাজ গড়ি গৈছে।

কাষতে থকা হৰিমন্দিৰত চাকি জ্বলিল, বৰকাঁহৰ ধ্বনি শুনা গ'ল। সভাপতিয়ে সভাৰ সামৰণি মাৰিলে। উপস্থিত পণ্ডিতমণ্ডলীৰপৰা কৰযোৰে বিদায় ললে। ধনীৰাম তালুকদাৰে যোৱাৰ সময়ত হৰিপুৰ সত্ৰৰ সত্ৰাধিকাৰ সূৰ্যকান্ত গোস্বামীক সেৱা জনাই বৰহাকিমৰ গাড়ীত উঠি বৰপেটালৈ ৰাওনা হ'ল।

# দানৱ মানৱ হ'ল

স্বাধীনতাৰ কেইবছৰমান পিছৰ কথা। বহুত নেতাই হঠাতে ভুঁই ফুটা হৈ পৰিল। শাসনভাৰ যেন তেওঁলোকৰ হাতৰ মুঠিত— প্ৰশাসনীয় নিয়ম-নীতি চেৰাই যাব ধৰিলে। বৰপেটাৰ মধুসূদন দাস উকীলৰ কিবা জগৰত বৰপেটাৰ কোৰ্ট দাৰোগাক কোৰ্টতে প্ৰহাৰ কৰিলে। কোৰ্ট দাৰোগাই পুলিচৰ পোছাকতেই আছিল। পুলিচ আইন মতে ক্ৰচ্-বেল্ট' পিন্ধি থাকিলে (on duty)হেনো বিনা ওৱাৰেন্টেই এৰেষ্ট কৰিব পাৰে (Sect 41E of CRPC)।লগে লগে 'এৰেষ্ট বুলি কৈ গ্ৰেপ্তাৰ কৰিলে। কথাটো চাৰিওফালে চানি গ'ল। দাস কংগ্ৰেছৰ প্ৰতিপত্তি থকা লোক। মধুসূদন দাস দেখাই শোৱনেও ভব্য পুৰুষ, বৰ উৎপতীয়া ধৰণৰ ৰজাক দেউ নোবোলা বিধৰ। তাতে আকৌ স্বাধীনতাৰ পিছত এটি নতুন পায়া পালে, 'হোমগাৰ্ডৰ হেনো 'কমাণ্ডেন্ট' হ'ল।

সেই সময়ত ধনীৰাম তালুকদাৰ কংগ্ৰেছৰ বাহিৰত এঘৰীয়া। তাৰ উপৰি তালুকদাৰৰ লগত দাসৰ অহিনকুল সম্পৰ্ক। মধুসূদনৰ এই দানৱীয় কীৰ্ত্তিৰ কথা কংগ্ৰেছৰ বৰমূৰীয়াসকলৰ কাণলৈও গ'ল। কংগ্ৰেছী নেতাসকলে লাহেকৈ মূৰ পিটিকা মাৰি গা এৰা দিলে, পেটে পেটে ভালো পালে, বোলে— ই বৰ উদণ্ড হৈছে। আমাৰ কংগ্ৰেছৰ মান খেদালে। অলপ সেকা পাব লাগে।

সাধাৰণতে বৰপেটীয়া মানুহৰ এটি উপ-নাম থাকে। আচল নামতকৈ উপনামেৰেহে বাইজৰ মাজত বেছি পৰিচিত। অমুক বেংকা, অমুক কেউলা, অমুক তাউলা অমুক খন্তি, অমুক টায়া ইত্যাদি। সেই সূত্ৰে মধুসূদনৰ উপনাম মধু দানব। মধু দানব ৰণত পৰিল। তেওঁৰ দলৰ বহুতে মনে মনে হৰিষ কৰিলে।

কাছাৰী খোলাৰ সময় হ'লেই, থানা হাজোতত দাসে মূৰ টোপোকা মাৰি বহি আছে। জামিনত নিয়া মানুহ ওলোৱা নাই। ধনীৰাম তালুকদাৰ উকীলে খাই-বই উঠিছেহে, কাছাৰীলৈ যোৱাৰ যো-যাহে কৰিছে। এনেতে কোনোবাই আহি কথাটো তেওঁৰ কাণ চোৱালে। তেওঁ খঙতে জাঙুৰ খাই উঠিল,— 'বোলে এই দুপৰলৈকে মধুৰ কাষ চপা নাই, আমাৰ বৰপেটীয়া উকীল জাতৰ মান গ'ল।' চেং চেঙাই গৈ একেচাটে কোৰ্ট পালে। উকীলখানাত সতীৰ্থসকলৰপৰা আচল কথাৰ বুজ ললে। আইনৰ পেছ উলিয়াই বৰহাকিমৰ কাষ পালে। বৰহাকিমেও

তালুকদাৰক দেখি থৎমৎ খালে। আইনৰ শুং-সূত্ৰ উলিযাই ভৰদুপৰীয়া বৈৰী মধুসূদন দাসক জামিনত মোকোলাই আনিলে।

তালুকদাৰৰ চেলা কেইজনমানে তেওঁৰ এই কামত বৰ ভাল নাপালে, 'দানৱ জালত পৰিছে ভালেই হৈছে। বৰ চৰাত উঠিছিল, অলপ ঢিমা হ'ব লাগে।

মন্তব্য শুনি তালুকদাৰে গৰগৰাই উঠিল,— বৰপেটাৰ চাবি হৃদৰ বাহিৰ নোলোৱাসকলে কি বুজিবা। বৰপেটাত দুটায়ে সিংহ আছে। এটা জালত পৰিলে আনটোৱে কাৰ লগত যুঁজিব!

ধমক মাৰি ভেদত লগাকৈ কোৱাত তোষামোদকাৰীসকলে তেওঁৰ যুক্তিত তেপল পৰা দিলে। তালুকদাৰৰ মাহাত্ম্যৰ কথা উমান পালে। পিছলৈ দানৱো মানৱৰ শাৰীত উঠিল।

# বজালীৰ বিয়া

এক সময়ত ৰাইজমেলৰ চুটাতে বজালীৰ মানুহৰ চাত দেখি বৃটিছ চৰকাৰেও তভক খাইছিল। বিয়াল্লিছৰ গণ আন্দোলনতো বজালীৰ তিৰী-চলি সকলোৱে চৰকাৰৰ থৰথাচুটি হেৰুৱাইছিল। আমাৰ মাজৰে দুই-চাৰিয়ে বৃটিছ চৰকাৰৰ বাঃ বাঃ দিয়া বিশেষ উপাধিধাৰীয়ে কিহবাৰ আশাত গাঁৱে-ভূঞে পাতপিতকৈ সোমাই সেচ্চাসেৱকৰ ভাও লৈ খা-খবৰ যোগান ধৰাত সহায়ক হৈছিল যদিও, উঠৈলিৰ দুই-এটি ভাল কামতো কিন্তু অংশ লৈছিল।

'৪২-ৰ গণ আন্দোলনৰ ভৰপক। বৰ্ষীয়মান কংগ্ৰেছ কৰ্মীসকল তেতিয়া জেল হাজোতত। পাঠশালাৰ গান্ধীবাদী কংগ্ৰেছ নেতা ডাঃ জিনাৰাম দাস পৰিয়ালৰ সৈতে জেলত। কিছুদিন পিছত জানিবা ছোৱালীজনী জেলৰপৰা ওলাল। ডাক্তৰৰ ঘৰবাৰী নাই বুলিলেই হয়। পাঠশালাৰ দক্ষিণপটিত এটি সৰু পঁজাঘৰ আছে যদিও কেতিয়া বতাহত বাগৰি পৰে তাৰ ঠিক নাই হালি আছে। তাৰ উপৰি এফালেদি কাউৰী সোমাই আনফালেদি ওলাই যোৱা বিধৰ। ছোৱালীয়ে জেলৰপৰা আহিয়ে কাষৰে কাশীনাথ দাসৰ ঘৰতেই আশ্ৰয় লৈছে। দাস সমাজসেৱী পাঠশালাৰ ৰূপকাৰ। ধানৰ ব্যবসায় কৰে, আৰতদাৰ। ব্যবসায় মহলত 'কাশী বাবু' বুলিহে জানে। "ষ্টীল ব্ৰাডাৰ্ছ'ক ধানৰ যোগান ধৰে। সেই সময়ত বজালীৰ ধান উভৈনদী। ষ্টীল ব্ৰাডাৰ্ছৰ আঞ্চলিক ডিৰেক্টৰ বৰপেটাৰ ধীজেন দাস। প্ৰতি সপ্তাহতে ধানৰ ৰপ্তানিৰ খা-খবৰ কৰিব আহে। বজালীৰ আঁত-ঘাত সকলো জানে।

এদিন ধীজেন দাসে নলবাৰীতো ধানৰ তদাৰকী কৰি পাঠশালা মুখে আহিব ওলাওঁতে নলবাৰী ৰেলষ্টেচনতে পৰিচিত দুজনমানক লগ পালে। কথা প্ৰসংগত ওলাল- কইনা বিচাৰি ওলাইছে।

"কইনা, কইনা বিচাৰি ক'লৈ যাব?'

"কোনো নিৰ্দিষ্ট ঠাই নাই, এনেয়ে বজালীৰ ফালে ওলাইছোঁ। তাতে গৈহে খা-খবৰ কৰিম।"

'বোলক মৰেই কইনা দেখুৱাম। স্বাধীন চিন্তাধাৰাৰ ছোৱালী, বোৱন-কাটনতো পাৰ্গত। আজিৰ দিনত লগা শিক্ষাখিনিও আছে।

পিছে ল'ৰাইনো কি কৰে।"

"ল'ৰা হ'ল কমাৰকুছীয়া বৰুৱা বংশৰ। নলবাৰীতে শিক্ষকতা কৰে।'

দ্বীজেন দাসেই আগে ভাগে টিকটকেইটা আনিলে। নলবাৰীৰপৰা পাঠশালা পালে। কাশীবাবুৰ ঘৰত ব্যৱসায় সংক্ৰান্তত এনেয়ে মানুহৰ সমাগম থাকেই। তাতে আকৌ ডিৰেক্টৰ চাহাব অহাত বেলেগ বৈঠক বহিল। দাসে কাশীবাবুক কথাটো কাণে কাণে ক'লে। তেওঁ দোধোৰ মোধোৰত পৰিল। কাৰো লগত আলোচনা কৰিবলৈকে কাষতে লাগ বুলিলে কোনো নাই। শেষত কইনা দেখুবাটোকে ঠিক কৰিলে। কাকো পৰিল তালো সৰিল হঠাতে দেউতাও আহি ওলাল। দেউতা পাঠশালাৰ ফালে গলে কাশীবাবুৰ তাতেই অলপ বহে। কাশীবাবুৰ বিয়াখন হেনো দেউতাই পাতিছিল। দ্বীজেন দাসে দেউতাক খুৰা বুলি মাতে। কমাৰকুছীযা বৰুবাথেৰ কইনা বিচৰাসকলেও দেউতাক ভালকৈয়ে চিনি পায়। কথাৰ আচৰ গাহিলাকৈয়ে বহিল। অলপ পিছতে ডুবি দেৱালয়ৰ কাষৰে গাভীসত্ৰৰ প্ৰবীণ স্বাধীনতা সংগ্ৰামী ৰামনাথ শৰ্মাও আহি ওলাল। কেইদিনমান আগতেহে তেৰোঁ জেলৰপৰা মুকলি হৈ আহিছে। ৰামনাথ শৰ্মাই এই কথাত আগভাগ ললে। তেনেকৈ আৰু কইনা চোৱা নহ'ল। কইনা পক্ষৰ আঁতি-গুৰি জানি বিয়াৰ পকা-পকী বন্দবস্ত কৰিলে। দিন বাৰো ঠিক হ'ল। ইফালে কইনাৰ মাক-দেউতাক-ককায়েক জেল হাজোতত। তেওঁলোক সোনকালে মুকলি পোৱাৰ কোনো যো নাই। কাশীবাবুৰ মূৰতেই নতুন বোজা এটি পৰিল।

ৰামনাথ শৰ্মাৰ আৰ্থিক অৱস্থা ভাল নাছিল। কংগ্ৰেছ কৰি ভলেণ্টিয়াৰ হৈ সকলো খেদালে। কিন্তু মনৰ উদ্যম সাহস অটুত আছিল, কাম পৰিচালনাত পটু আছিল। কাশীবাবুৰ ঘৰতে বিয়াৰ বাহৰ পাতিলে। বজালীৰ নেতৃস্থানীয় বিশিষ্ট লোকসকলক, ভাগী-গিয়াতি আটাইকে আহ্বান কৰিলে। আটায়ে কথাটো শুনি কাশীবাবুৰ ঘৰতে আহি এক চাত হ'ল, ঘনাই আলোচনাত বহিল। শৰ্মাই কৈ উঠিল, বিয়াখন ভালকৈ খেদাব নোৱাৰিলে বজালীৰ বদনাম হব। ই ৰাইজৰ বিয়া। জিনা বাবু নাই বুলি ছোৱালীজনী মা-মৰীয়া, বাপমৰীয়া হ'ল নেকি? আটায়ে একমত, ভাগে ভাগে কাম ল'লে।

গলিবান্দাৰ ম'হৰ বাথানৰ গোৱালসকলে যাচি ক'লে, বোলে কিমান দৈ এৰাঁ লাগে আমি দিম। কাৰেমাৰীটুপৰ কৈবৰ্তসকলে জনালে কাৰৈ-মাগুৰ মাছনো কিমান লাগিব? আমিয়ে দিম। স্থানীয় ব্যৱসায়ীসকলে আন আন বস্তুৰ ভাৰ ললে। কোনো কোনোৱে পাটৰ কাপোৰ, আয়-অলংকাৰ দিয়াৰো গাত ললে। বজালীৰ পাণ-তামোল-নাৰিকল ডবাই ডবাই বাহিৰলৈ যায়। আন নালাগে, এঘৰেই বিয়াৰ

তাক মাল-পাণেৰে পূতি দিব পাৰে।

চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে দুদিনমান আগতেই আহি পাত পাৰি বহিল— মহিলা সমিতিৰ গা উখল-মাখল লাগিল। কোনে কি কৰিলে কোনেও নাজানিলে— সকলো যোগাৰ হ'ল। ওচৰ-পাজৰৰ বাইজ উঠা দি আহিল। কাশীবাবুৰ চোতালতেই বিয়াৰ ৰভা সাজিব। তেৱেঁই বিয়াৰ কৰ্তা। ভাগীৰ পাটগিৰিহঁতে আহি বোলে জিনাবামৰ নাই বুলিলেও মূৰ গুজিবলৈ পঁজা এটি আছে। তাতেই ৰভা সাজক তাতেই সম্প্ৰদান হব। যেনে কথা তেনে কাম। জিনাবাবুৰ ঘৰ কাশীবাবুৰ ঘৰ আলিৰ ইপাৰ সিপাৰ। কাশী বাবুৰ ঘৰতেই ভঁৰাল, কইনা সজোৱা সকলো।

বাইজে এদিনতে হালি পৰা পঁজাটো খুটা-খাটি লগাই শোন কৰিলে। কাঁথিত গজা কচু-ঢেকীয়া কাটি মচি-কাচি, ঘৰটোত চূণ-তেল দি নমুৱা কৰিলে। এক থোৰাই চোতালখন চাঁচি-চুৰকি ৰতৰতীয়া কৰিলে। সন্মুখৰ চোতালত বিৰাট ৰভা সাজিলে। পাছ চোতালত ৰন্ধাৰ যোগাৰ। পাছ চোতালৰ লাহটোৰ কাষতেই কইনা ধুওৱা কলপুলিটো পুতিলে। কলপুলিৰ গুৰিত কলৰ দমাৰে বহলকৈ জাজলা বুই দিলে। তাতেই কইনা ধুৱাব। মাহ-হালধিৰ বাটি কেইটা, পানীৰ ঘট কেইটাও তাতেই থব পাৰিব।

মণ্ডলু মেম্বৰ ধনৰাহঁতে ভঁৰাল ঘৰৰ ভঁৰালী। জৰিবটা মহাজনে মাহৰ জিলাপীৰ খামী ভিজালে। নাৰিকলৰ লাৰু বন্ধাৰ সাউৰি দিলে। সকলো ব্যৱস্থা প্ৰায় হ'লেই।

দেউতাই গৈ কইনাৰ ককায়েকক পেৰেল'ত আনিলে বিয়াৰ দুদিন আগতেহে। মহিলা সমিতিৰ আয়তীসকলে সুৱাগৰ ধান বান্ধিলে, তেলৰ ভাৰৰ যোগাৰ কৰিলে। ভাগীৰ খুৰাক গোবিন্দ চৌধুৰী চাকৰিৰপৰা চুটি লৈ আহিল। কইনা সম্প্ৰদানৰ ভাৰ পৰিল তেওঁৰ ওপৰতেই।

তেলৰ ভাৰৰ দিনা আবেলিতেই আই-বাইসকলে ঘৰে-বাহিৰে গিজ গিজ কৰি আছিল। ৰামনাথ শৰ্মাক যেৰি ধৰমূৰীয়া কেইজনমানে পাছ চোতালত বিয়াৰ ভোজ-ভাতৰ দিহা কৰি আছিল। শৰ্মাৰ ঘাৰতেই আপ্যায়নৰ ভাৰ। গণাগাঁও-গাৰীসত্ৰৰপৰা দহ-পোন্ধৰজন ৰান্ধনী আহিল। আঠোটা আখা সাজিলে। বিধে বিধে বস্তু আহিল, ভঁৰালত সোমাল। কেৱল মাছ আৰু পাচলি পাছ চোতালতেই থলে। ৰাতিয়েই মাছ কটা,তৰকাৰী কটা কাম কৰিব লাগিব। তেলৰ ভাৰৰ পিছতেই ওচৰৰ গাঁৱৰ তিৰোতাসকলে হাতে হাতে বঠি-কটাৰি লৈ আহি কটা-কুটি কামত লাগিব— শইকীয়ানীৰ নিৰ্দেশ।

চেনিকাই তাৰ গাড়ীৰে বস্তুবোৰ আনি দিলে। চেনিকাৰ গাড়ীৰ বলধহাল ষাৰ বুজৰ আছিল। বজাৰৰ ভিতৰত প্ৰায় মানুহৰ ঘৰ চিনি পাইছিল। গাড়ীত মাল

বোজাই দি 'অমুকৰ ঘৰৰ আগত ৰবি' বুলি ক'লেই ঠিক সেই ঘৰৰ লাংলাৰ মুখত ৰৈ থাকে।

বিযাত আটাইকে মাছ-ভাত খুৱাব। মানুহৰ লেখ কৰিব নোৱাৰে। এলাহী কাৰবাৰ। তেলৰ ভাৰত অহা কেইজনে দেখি হতবাক। ভাবিছিল মাক-দেউতাক নাই যেতিয়া ভাগী-আত্মীয়-স্বজনে কোনোমতে সম্প্ৰদান কৰিব, পিছে কথা ওলোটাহে। ৰাইজৰ বিয়া, ৰাজকীয় বিয়া।

আয়তীসকলৰ মাজতহে কথাৰ জেঙা লাগি উঠিল-- কোনে কইনা ধুৱাব, মাহ-হালধি দিব, আগ চাউল দিব। পাটগিৰিৰ মাকে- " বোলে মই ভাগীৰ বুটী। এই কথা শুনি ঘপৰাই কাহাৰৰ ঘৈণীযেকে কৈ উঠিল, 'ময়ো ভাগীৰ আয়তী। মাজতে কোনোবা এজনীয়ে ক'লে, 'খান্দোপাৰাৰ চধুৰীৰ তিৰী দেখু বয়সতো ডাহাৰ ভাগীও।' কাহাৰৰ ঘৈণীয়েকে জকজকাই উঠিল, "বুলে তাই ডাহাৰ হলি হবো কি, তাই দেখু ধেন্নী। আগচাউল লৈহে পাটিত বইছছি। তাই কেন্‌কে ধুৱাবো।" ভলেন্টিযাৰ বুটীয়ে ৰ'ব নোৱাৰি এক পছলা ভেদত লগাকে জাৰিলে, "ইহ আই পখাতে চাহী ধন্নাক। ইমান দিনে ভাগীৰ তিৰি গিলাই কি কচ্ছিল। কাশী নাথেহে দেখু আগ হাথ্‌বা লাগা হৈছি। ৰৰপেইটা ধানৰ বাবুটুইহে দেখু বাট মুক্‌লে দিলাক। সান্দাহৰ খলা দিয়তে তুহাৰ দেখু গাৰ বিহ, মুখৰ বিহ। আমি চাইট্রামেনেহে খলা দিলু লহকৰথেৰ টেঁকীত। কাশীনাথৰ তিৰিইনু আক্‌লে কিমান কৰ্‌বো। তাইৰো কলাত কেউচা। তায়ো কইনাৰ সইম্‌বা (সমনীয়া) হেনছে। ইটা তুহ্মে আইহছা কইনাৰ মাক হবা। কাকো নেদু। আমি সক্‌লে ধুৱাম।"

এনেতে শইকীয়ানী আহি কথাৰ কটা-কটি শুনি ৰায় দিলে -- "হয়তো ইয়াত সকলোৱে মাহ-হালধি দিব, ধুৱাব। আমাৰ বজালীৰ আপি। বজালীৰ বিয়া।"

তাতেই কথাৰ ওৰ পৰিল।

ধীজেন দাস সপৰিয়ালে আগদিনাই আহি ওলাল। ইফালে কাশীবাবুৰ চকুত টোপনি নাই। তেওঁ আগতে বৰ বৰ সভা চলাইছে, বিয়া চলোৱা নাই, তাতে আকৌ পৰৰ আপি, কিবা দোষ-ত্রুটি হব পাৰে বুলি ভয়। দাসক পাই মনতে বল পালে। বজালীৰ ৰাইজে হাত জোকৰিছে, ভয়ৰ কাৰণ নাই। লগৰ বন্ধুসকলেও লগতেই লাগি আছে।

পেট্ৰ'মাক্স লাইটৰ পোহৰে সভা জকমকাই আছে। গোসাইৰ মণ্ডপটোত মণ্ডল সাজি মাজতে ঠগি এখন থোৱা আছে। বাওঁহাতে মাটিৰ মলুৱা চাতিখৰ ট-টকৈ জ্বলি আছে। সোঁহাতে অকণমানি কল-ডঙৰা এজোখৰ ওপৰটো মন্দিৰৰ

টুপটোৰ দৰে জোঙা কৰি কাটি তাতে ধূপ জ্বলাই খুহি দিছে। ধূপৰ গোন্ধে ৰভা মলমলাই তুলিছে। মাজতে সহস্ৰৰ ডলাখন। কমাৰকুছীয়া বৰুবাথেৰ তেলৰ ভাৰ বৰ গাহিলাকৈ পঠাইছে— আয়-অলংকাৰ পাটৰ-মুগাৰ কাপোৰ, তেল সেন্দুৰ পাণ-তামোল, মাছ, সকলো। ইফালে কইনা পক্ষৰ বস্তু তাতোকৈ চৰা, বিধে বিধে কাপোৰ, অলংকাৰ, তেল-সেন্দৰ। বৰপক্ষৰ ভাৰৰ দাঁতিতে এইখিনিও থলে।

ভলেন্টিযাৰ বুঢীৰ গাত তৎ নাই। আইসকলে বিধে বিধে অলংকাৰ পিন্ধোৱা গীত জুৰিলে। দুজনীমান আয়তীয়ে গহনা পিন্ধালে, তেল-সেন্দুৰ দিলে, মূৰ ফণিয়ালে, লুধুমধুমীয়া খোপা বান্ধি দিলে। গীত-জোকাৰ দি কইনাৰ সাজোনত সজাই ছোৱালীক চোতাললৈ উলিয়াই আনিলে। ৰাইজক সেৱা কৰিলে। লাইটৰ পোহৰত কঁপাল জেঠীডালৰ ধুকধুকিটোৱে চকুত চাট মৰাকৈ জ্বলি উঠিছিল। তেলৰ ভাৰত অহা কেইজনে কইনা দেখি হৰিষ কৰিলে।

তেওঁলোকে জলপান খাই যাব ওলাল। প্ৰথামতে 'বৰ' নিমন্ত্ৰণ কৰিব লাগে। সেই কথালৈ কাৰো ফাম নাই। এনেতে পাটগিৰি বুঢাই আহি কাশী বাবুক ক'লে। কাশীবাবুই বটা এটাত তামোল-পাণ লৈ বৰ নিমন্ত্ৰণ কৰাৰ লগতে বৰযাত্ৰীনো কিমান আহিব পাৰে তাৰো উমান ললে।

"কিমাননো আহিব। বিছ পঁচিছজনমান। মিছাকৈ আপোনালোকক দিগদাৰী দিয়া হয়।" বৰৰ খুৰাকজনে ঘৰুৱা ভাবতে ক'লে।

চায়মনাৰ তলতে কোনোবা এজনে কৈ উঠিল --বোলে কমাৰকুছীযা বৰুৱাথেৰ যশত জয় পৰিল নেকি? আমাৰ এইফালে হলে বাৰী-বিধবাৰ চলিব বিযাতো পাঁচ-ছয় কুৰি বৰযাত্ৰী যায়।

বিয়াৰ দিনা দহ-বাৰজন ৰান্ধনীয়ে ৰান্ধিছে, দিয়াই দিছে। মানুহ জাকে জাকে আহি আছে, খাই আছে। কিমান আহিল, কিমানে খালে হিচাপ নাই। ৰামনাথ শৰ্মা, তৰুণী চৌধুৰী, ৰজনী চৌধুৰী এবাৰ ৰান্ধনীৰ লগত এবাৰ খোৱাৰ তদাৰকীত মাঁকো মৰা দি আছে। ইফালে আবেলি পৰত আগচোতালত উমা চৌধুৰী, বালি ৰাজাইতে বৰযাত্ৰী বহাৰ বন্দবস্ত কৰিব লাগিছে। তলত ধানখেৰ পাৰি তাৰ ওপৰত 'পুৰণ মিল'ৰপৰা নতুন বস্তা আনি পাৰি দিছে। তাৰ ওপৰত মাৰোৱাৰীৰ গাদীত পতা ধকধকীয়া বগা বহল চাদৰ আনি পাৰি দিলে। মাঘ মহীয়া টেকিত বহি আৰাম পাব। তেতিয়াৰ দিনত চিয়াৰ-বেঞ্চিত বহা চলতি নাছিলেই।

ৰাতি দহমান বজাত 'বৰ' আহিল। ঢোল-কালীয়াৰ মাত, ডেকা কিছুমানে 'প্ৰজাপতি কি জয়' বুলি গিৰ্জনী মাৰি হৰিধ্বনি দিয়াত কাণ তাল মাৰি ধৰিলে।

আয়তীসকলে উৰুলি দিলে, গীত গাই গাই বৰ বৰিলে। মহিলা সমিতিয়ে লগতে লাগি আছে। ভলেন্টিয়াৰ বুঢ়ীয়ে বিয়াৰ ভাগে ভাগে বিয়াৰ গীত জুৰিলে।

বৰ আহি বৰপীৰাত বহিল পুৰোহিতে বিয়াৰ কাম আৰম্ভ কৰিলে।

বৰযাত্ৰীৰ কিছুমানে ধকধকীয়া বগা চাদৰত ভৰিৰ খোজ পৰিব বুলি মনতে ইতস্ততঃ কৰিছিল যদিও, দাঁতিতে লাহেকৈ ভৰি মচি গাদীত বহিল। তামোল-চালি খোৱাৰ পিছতেই খোৱাৰ আমন্ত্ৰণ আহিলেই। বৰযাত্ৰীৰ লগত কেইজনমান নতুন গজালিৰ ডেকাতেজৰ ল'ৰাও আহিছিল। বজেলীয়াৰ ধাতু বুজা নাই কাৰণে 'খানিৱালা'ৰ 'মস্তানী' দেখুৱালে। শেন চকুৰা বালিৰাজাৰ চকুত পৰিল। 'এই কেইজনক অলপ চাই-চিতি দিবা। আমাৰ যাতে বদনাম নহয়, চাবা। আমাৰ বিলনীয়াসকলেও চল পালে, উভৈনদী কৰি মাছ দিলে। অক্ৰিকান্দাকৈ খুৱালে। শেষত অলপ খাযেই বপুৰাহঁতে সেকেতা-সেকেতি লগালে। তাৰ পিছত আৰু দৈ, মাটি মাহৰ পাঁচ পাক'ৰ জিলাপী, নাৰিকলৰ লাৰু আছেই। কিমান খাব। হাত দাঙি সেও মানিলে। উগাৰ চাৰিবকে নোৱাৰা হ'ল। বাহিৰলৈ মুখ ধুবলৈ অহা চুতা কৰি গলত আঙুলি ভৰাই বটিযাইহে বাচিল।

এতিয়া সম্প্ৰদান হব।

কাশ্যপ ঋষি গোত্ৰস্য শ্ৰীকৃষ্ণচন্দ্ৰ বৰুৱাস্য
পুত্ৰায় শ্ৰীঈশ্বৰ বৰুৱায় বৰায তুল্যং
কাশ্যপ ঋষি গোত্ৰস্য শ্ৰীজিনাৰাম দাসস্য
মমপুত্ৰীং শ্ৰীমতী অম্বিকাবালা দাসীং
ইত্যভিধানং কন্যকং তুভ্যমহং সম্প্ৰদদে।।- বুলি কইনা সম্প্ৰদান হ'ল।

বজালীৰ ৰাইজৰ চাত দেখি নলবেৰীয়া ৰাইজে তভক মানিলে।

ৰামনাথ শৰ্মা জেলত থাকোঁতে তেওঁৰ ছোৱালীৰে বিয়া এনেকৈয়ে হৈছিল দেউতাই আগভাগ লৈছিল কইনাৰ কৰ্তা হৈছিল। ৰাইজে সহযোগ কৰিছিল হাত জোকাৰিছিল।

দুখৰ বিষয় ৰাজনীতি সমাজনীতিৰ পেছত পৰি আজি সেই চাতৰ খামী ভাঙিল। জাত পাত ওলাল শংকৰাদৰীয়া-দামোদৰীয়া ওলাল পাঠশালা-পাটাৰঘটীয়া আৰু সোমাল। আপোন আপোন চিন্তাই ফেৰ পাতিলে। আগৰ সকলৰ আত্মীয়তাবোধ যেন আঁতৰি গ'ল সকলো দিশেই যেন আমিবোৰৰ ভাব গতি থান-বান হ'ল।

# মল্লবুজৰবৰুৱাথেৰ গুৰুভক্তি

চান্দকুছিৰ মল্লবুজৰবৰুৱা বংশ আহোম ৰজাৰ দিনৰেই বৰ প্ৰতিপত্তি থকা। আমাৰ বজালীৰ ৰজাৰ বংশৰ। কিবা কাৰণত চান্দকুছিলৈ উঠি গ'ল। গদাধৰ সিংহৰ দিনত হেনো ৰাজপদ পালে– মল্লবুজৰবৰুৱা হ'ল। ৰাজ-ভাত খোৱা আছিল বাবে কথাই-বতৰাই খোজে-কাটলে ৰাজকীয় ভাব-গতি পৰিলক্ষিত হয়। আনকি তেজৰ ঢৰ্মানিতো আভিজাত্যৰ চাপ আছে। ৰঙীয়া, নলবাৰী বৰমা, টিহু-নাথকুছি অঞ্চলত তেওঁলোকৰ 'খাট' আছিল। এক সময়ত নলবাৰী চহৰখনেই মল্লবুজৰবৰুৱাথেৰ জমিদাৰীত আছিল। সময়ৰ লগে লগে ডোখৰ ডোখৰকৈ হাতছাড়া হ'ল এক চিমটাও নোহোৱা হ'ল।

বছৰেকৰ মূৰত কেতিয়াবা খাটলৈ গলে ৰাজকীয় মেজাজত যায়। দুই-তিনিদিন বাহৰ পাতি থাকে বছৰেকীয়া খাজনা আদায় কৰে। সৌ সিদিনাও উপেন্দ্ৰমল্ল বুজৰবৰুৱাই নাথকুছিৰ খাটলৈ আহোঁতে নিজৰ হাতী নথকাত ব্যাসকুছীয়া গোসাইৰ হাতীটোকে ভাৰা কৰি খাটলৈ আহিছিল। আগধৰি ৰান্ধনী লগুৱা আহি বাহৰ নিকা কৰি থৈছিল। ৰায়তসকলে বুজৰবৰুৱা ৰজাৰ আগত পেপুৱা লাগি থাকে খাজনা আদায় দিব নোৱাৰিলে। কেতিয়াবা সদয় হলে এবছৰলৈ ৰেহাই দিয়ে, নহলে গোলামৰ শাৰীত নাম উঠে।

আনফালে মল্লবুজৰবৰুৱাসকল গোঁসাই-গুৰুভক্তিত অতি চাৰ আছিল। গাঁৱৰে বিৰাট গোঁসাই ঘৰত বছৰেকীয়া গুৰুতিথি, দোল উৎসৱ আদিত পুতুলা নাচ যাত্ৰাগান আদিৰে ধুমধামেৰে পাতে। বজালীৰ গোবিন্দপুৰ দামোদৰীয়া সত্ৰৰ গোসাইৰ শিচ। তেওঁলোকৰ গোসাই হ'ল ৰাজেশ্বৰ গোস্বামী– তেজে ফুটুফুটু কৰে পকা ডালিমটো যেন। চুলিকোছাও সোণালী ৰঙৰ। সেয়ে তেওঁক 'চাহাব গোসাই' বুলি মাতিছিল। ৰাজ-ভাত খোৱা মল্লবুজৰবৰুৱা বংশৰ গুৰু। যলৈ তলৈ যেনেকৈ তেনেকৈ নগৈছিল। শিচ ফুৰিব যোৱা অভ্যাস কম আছিল। মাঘৰ দোমাহি, বহাগৰ বিহুত শিচসকলে আহি গুৰু-প্ৰণামী দি গৈছিল। এবাৰ বুজৰবৰুৱাসকলে ঠিক কৰিলে যে এইবাৰ গুৰুৰ তিথিত গোসাইক আনিবই লাগিব। গাঁৱত পদধূলি দিয়াব লাগিব। যেনে কথা তেনে কাম। কেইজনমানে গৈ গুৰুৰ আগত ব্যাকত কৰিলে। গুৰু মান্তি হ'ল দিন বাৰো ঠিক হ'ল। নলবাৰী ষ্টেচনৰপৰা চান্দকুছি তিনি মাইলমান দূৰ। তেওঁলোকেই তাৰপৰা নিয়াৰ ব্যৱস্থা কৰিব।

-গোসাইবো যাবলৈ হলে বৰ জেঠা। লগত ভকত, লগুৱা, বান্ধনী যাব। তাতে আকৌ চান্দকুছিৰ মল্লবুজবৰৰাথেৰ গাঁৱলৈ যাব। গুৰু শিষ্য উভয়বে সম্মান ৰাখি চলিব লাগিব।

গাঁৱৰ গোসাইৰ ঘৰতে বৈঠক বহিল। গোসাইক কেনেকৈ আদৰিব? ক'ত বাহৰ পাতিব? ষ্টেচনৰপৰাযেৱা আনিব কেনেকৈ? – ইত্যাদি কথা আলচ কৰিলে।

জিতেন্দ্ৰ মল্লই কথাৰ লেঠাৰিতে ক'লে– এইটোনো কিবা চিন্তা কৰিব লগা কথা নে? গোসাই শিচৰ ঘৰলৈ অাহিব এইটো আনন্দৰহে কথা। মোৰ বাটঘৰাতেই দুটাকৈ ঘৰ পৰি আছে। গোসাই অহা দিনলৈকে চিকুণাই চূণ-তেল দি উলিযাব পৰা যাব। তাৰেই এটাত পাগ মৰাৰো দিহা হব। মোৰ হাতীটোকে ষ্টেচনলৈ পঠাই দিম, কোনোবা এজন লগত গলেই হব।

একে ফৈদৰ গাঁও হলেও তাতো দুটা খেল। গোসাই ঘৰৰ উত্তৰৰ কেইঘৰ এক, দক্ষিণৰ কেইঘৰ অন্য এক। উত্তৰ খেলৰ গদামল্লই এই কথা শুনি গজগজাই উঠিল 'বোলে মোৰ হাউলিতে ছয় সাতটা ঘৰ এনেযে পৰি আছে। একোটা ঘৰত এজনকৈ চাকৰ থাকে। হালে হতি মাখুন্দা খুনকি হাতী আছে। দৰকাৰ হলে দুই চাৰিটা ঘৰ খালী কৰি দিযা হব। জিতেনৰ সেই চিকা হাতীটোত গোসাই কেনেকৈ আহিব। মই মোৰ হাতী পঠাই দিম দলে বলে আটায়ে হাতীত আহিব।

মোৰ ঘৰত কঠাল সাৰৰ কুন্দত কটা লতা কটা পালেং আছে। গোসাই আহিব, আসনত থকাৰ দৰে থাকিব। নাই বুলিলেও মোৰ ঘৰত একশ-ছকুৰি মানুহে একেলগে বহিব পৰাকৈ মাইহাং যাত-কাহী ফুল কটা কাহী-বাটি আছে। আৰু কি লাগিব।

এই কথা শুনি এচামৰ গা পিৰপিৰাই গ'ল কথাৰ জঁট বাটিল। এজনে ৰ'ব নোৱাৰি কৈ উঠিল, 'মহলদাৰ জেঠা আপোনাৰ সা-সম্পত্তিৰ হিচাপ আমাক কেলেই লাগিছে। আপোনাৰ ভাগে আপুনি। গোসাই আহিব আমাৰ ৰাইজৰ আমন্ত্ৰণত। গোসাই গাঁৱৰ গোসাইঘৰতে থাকিব। মণিকূটৰ দখিণৰ পলিত থাকিব। দৰকাৰ হ'লে দাঁতিতে টিনৰ চালি এখন কৰি দিযা হব। আপুনি সম্মানী ব্যক্তি অৱশ্যে আপোনাৰ কথাও উলাই কৰিব নোৱাৰোঁ। আপোনাৰ হাতীৰেই গোসাইক অনা হব। পিছে চান্দকুছি গাঁৱৰ হদত সোমোৱাৰ লগে লগে হাতীৰপৰা নমাই গোসাইক দোলাত সমদল কৰি ঢোল-কালীয়া বজাই অনা হব। ৰাইজে বা কেনে দেখে?

"বৰ ভাল কথা। আমাৰ এক মত।

'তাৰ উপৰি পাল পাতি সিধা দিয়া হব। গোসাইৰ ভোগ গোসাইঘৰতেই

লোৱা হব।'

গদামল্ল কথাই-বতৰাই বাদচাহী মেজাজৰ খানদানী পুৰুষ। হাতী-চিকাৰৰ মহল আছিল কাৰণে সকলোৱে মহলদাৰ বুলি মাতে। কোঁচবেহাৰৰ ৰজা, গৌৰীপুৰৰ ৰজা, বিজনিৰ ৰজা আনকি তৰুণ ফুকনৰো চিকাৰৰ সংগী। তেৰোঁ ৰাইজৰ কথাতে হয়ভৰ দিলে।

নিৰ্দিষ্ট দিনত গোসাই আহি গোসাই ঘৰতে বাহৰ পাতিলে। দিনত গা-পা ধুই পূজা-আহ্নিক কৰি ফল-মূলহে খালে। ৰাতিকৈ হবিষান্ন কৰিব।

সাজেলি পৰত আকৌ গা ধুই কল-কুঁহিয়াৰেৰে ঠগি এভাগ পাতিলে, বন্তি জ্বলালে। নিজেও সন্ধ্যাহ্নিক কৰি নিজৰ পাতিত বহিল। গোসাই ঘৰৰ মজিয়াতে চাৰি পাৰি বুঢ়া ডেকাসকলে বহিছিলেই। কোষাত পানী লৈ আমৰ পল্লৱেৰে আটাইবোৰলৈ 'শান্তিজল' চটিয়াই দিলে। লগত অহা ৰান্ধনী বাপুৱে প্ৰসাদখিনি উলিয়াই দিলে, দেউৰীয়ে বিলালে। আটায়ে হৰিষ মনেৰে প্ৰসাদ খাই ঘৰা-ঘৰী গ'ল। বয়সীয়াল দুই-চাৰিজনে গোসাইৰ লগতে লাগি থাকিল। তেওঁলোকেও তাতেই পকা ভোগ ল'লে।

খাই-বই উঠি গোসাই এইবাৰ হোকা হাতত ললে। গোসাই টুৰুত টুৰুতকৈ হোকা টানিব ধৰিলে। দিনটো লঘোণে আছিল কাৰণে আজি হোকাটো উলিওৱা নাই। এনেযে ঘৰত বৰ কোৰোকাৰ হোকা, শিচ ফুৰিব আহোঁতে লৈ ফুৰাৰ সুবিধা বুলি সৰু হোকাটোকে আনিছে। হোকা চাই চিলিমো। দুই টান মাৰিলেই তামখু পুৰি চেৰচেৰাই যায়। ঘনাই চিলিম সজাব লাগে লগুবাটোৰ বিৰক্ত লাগে।

আজি এঘৰে সিধা দিযে-- ডেৰকুৰি-দুকুৰি মানুহে পকাভোগ খাব। কালিলৈ আন এঘৰে দিযে-- দুকুৰি মানুহে পাত পাৰিব। ৰান্ধনীযে ৰান্ধে শিচসকলে গোসাই ঘৰৰ মজিযাতে পাত পাৰি ভোগ খায। চান্দকুছি গাঁৱত যেন সভাহে পাতিছে। এদিন ৰাতি পুতুলা নাচো হ'ল-- 'সীতাৰ বনবাস, ৰাম-ৰাৱণৰ যুদ্ধ'ৰ কাহিনী দেখুৱালে।

কোনোবা এজনে দেখিলে গোসাই হোকাত মুখ দি জুতি পোৱা নাই। দুই টান মাৰিলেই চিলিমত জুই উঠে। পিছদিনা ভাগ্য মল্লই নলবাৰীৰ ৰবি দণ্ডিৰ দোকানৰপৰা বৰ কোৰোকাৰ হোকা চিলিম এযোৰা আনিলে। কোৰোকাত ৰূপৰ পাত খুৱাই দিলে। আঁৰি থোৱাৰ সুবিধাৰ বাবে নলিচাডালতো ৰূপৰ হাকোটা লগাই দিলে। গধূলি নাম প্ৰসঙ্গৰ পিছত চিলিম সজাই একেবাৰে ৰূপৰ পাত খুওৱা হোকাটোকে গোসাইলৈ আগবঢ়ালে।

গোসাই দেখি তম্ভিলে বোলে মোৰ ঘৰত হোকা চিলিমে কিবা কান্দে

নেকি? নাই বুলিলেও চাৰি পাঁচ যোৰা হোকা-চিলিম শাৰী কৰি চ'ৰাঘৰত আঁৰি থোৱা আছে। সৌ সিদিনা আমাৰ ওচৰৰে মহিবুদ্দিনৰ পিতাকে ৰংপুৰলৈ যাওঁতে বৰ ধুনীয়া ফুলকটা গুৰগুৰি হোকা এটিও আনি দিলে, লগতে এসেৰমান ৰংপুৰীয়া খাম্বাহি তাংখুও আনিলে। বৰপেটাৰ মোতি হীৰাই আঠ-দহটামান পাগ থকা চিলিমো পঠালে।"

"প্ৰভু তাৰেই লগতে এইটোও একে শাৰীতে আঁৰি থব।"

"হব বাৰু" বুলি কৈ প্ৰভুয়ে প্ৰফুল্ল মনে গ্ৰহণ কৰিলে।

মহলদাৰ বৰুৱাই আজি সিধা দিছে,— একশ ছয়কুৰিয়ে পাত পাৰিব। সেইমতে ৰান্ধনীয়ে যোগাৰ কৰিলে। মহলদাৰৰ চাকৰ কেইজনমানে আহি খৰি-খেৰ যোগাৰ কৰি দি গ'ল। পানী আনিব লাগে অলপ দূৰৈৰপৰা। দুজনৰ পানীৰ ভাৰ বওঁতেই বেলাটো গ'ল।

আজি চাৰিদিন হ'ল প্ৰভু গোসাই ঘৰতে খুটা গাৰিছে, ক'লৈকো ওলাব পৰা নাই। অৱশ্যে তেওঁ ইঘৰ-সিঘৰকৈ ঘূৰি ফুৰা বিধৰ নহয়ো।

আবেলি পৰত মহলদাৰ বৰুৱাকে আদি কৰি কেইজনমানে প্ৰভুৰ ওচৰতে বহি আলাপ-আলোচনা কৰি আছে। বেৰত আঁৰি থোৱা নতুন হোকাটো মহলদাৰে দেখি উক্তি কৰিলে "এনেহেন হোকা আঁৰি থলে ভাল নেদেখি। চান্দকুছিয়া মল্ল বুজৰবৰুৱাৰনো মান থাকিব ক'ত। এনেহেন হোকা দিলে হোকাৰ লগতে বৈঠকটোও দিব লাগে।"

গোসাই ঘৰৰ বৰ চোতালখন পাৰ হলেই সম্মুখতে উপেন্দ্ৰমল্লৰ ঘৰ। এনেতে উপেন্দ্ৰ মল্লই গলত গামোচা এখন মেৰুৱাই বটা এখনত তামোল পাণ লৈ প্ৰভুৰ আগত থৈ নিবেদন কৰিলে। "প্ৰভু আজি এবাৰ আমাৰ ঘৰত গধূলি পদধূলি দিলে আমি বৰ কৃতাৰ্থ হ'ম। মই ঘৰ এটা সাজিছোঁ। তাতো অলপ শান্তিজল চতিয়াই দিলে আমাৰো মনটো শুচি হব বুলি ভাবোঁ। "

'হব বাৰু।"

"অলপ পিছতেই আমি আহি লৈ যাম" বুলি কৈ প্ৰভুৰপৰা বিদায় ললে।

মহলদাৰ বৰুৱাইঁত আটায়ে ঘৰা-ঘৰী গ'ল। প্ৰভুৱে মণিকূটত সোমাই নতুন কাপোৰ এসাজ পিন্ধি ললে। চাৰিজনমান মানুহে গোঁসাইঘৰৰ কাষৰপৰা উপেন্দ্ৰমল্লৰ বাটচ'ৰালৈকে শুধ বগা বুলনি-কাপোৰ পাৰি দিলে। এজনে ভোৰতাল এযোৰ লৈ আহিল। উপেন্দ্ৰমল্লই সোঁহাতত চোঁৱৰ লৈ বাওঁ হাতত কাঁহী এখনত চ-চকৈ জ্বলি থকা চকি এখন, কাষতে ধান-দুবা থোৱা আছে। তেওঁ প্ৰভুক

আদৰি নিব আহিছে। প্ৰভুৱে উত্তৰীয়ৰ লগতে চেলেংখন মেৰুৱাই ল'লে। শান্তিজল সৈতে কোৰা এটা, ফুল-তুলসীৰে পুষ্পপাত্ৰ এখন ল'লে। গোঁসাই ঘৰৰ কাঁথি পাওঁতে লগুৱা এজনে প্ৰভুৰ চুলা লগোৱা খৰমযোৰ আনি দিলে। প্ৰভুৱে খৰমযোৰ পিন্ধি কাপোৰৰ ওপৰেদি খটখটকৈ খোজ ল'লে। আগে আগে গৈ উপেন্দ্ৰমল্লাই চোঁৱৰডালেৰে প্ৰভুক বৰি নিলে। পাছে পাছে কেইজনমানে ভোৰতালযোৰ বজাই গ'ল।

প্ৰভুই ন-ঘৰৰ কাঁথিৰ পানী পৰা 'আঢ়ইলাতে' খৰমযোৰ থৈ সুদা ভৰিৰে গৈ মজিয়াত পাৰি থোৱা বৰপীৰাত বহিল। গৃহ প্ৰৱেশৰ দিনাৰ ঘটটো তাতেই আছিল। ঘটৰ কাষতে পুষ্পপাত্ৰখন থলে। বৰুৱায়ো চোঁৱৰৰ সৈতে কাঁহীখন তাৰে কাষতেই থলে। প্ৰভুৱে দুই-চাৰিটা ফুল ঘটটোলৈ দলিয়াই দি কোৰাটো হাতত ললে। আমৰ পল্লবেৰে ঘৰটোৰ চাৰিওফালে মন্ত্ৰ মাতি শান্তিজল চতিয়াই শুচি কৰিলে। গৃহস্থৰ আটাই কেইজনলৈ শান্তিজল চতিযালে। মূৰত চাউল-দুবা দি-

'কাণ্ডাৎ কাণ্ডাৎ প্ৰৰোহন্তি পুৰুষং পৰি।

এবানো দুৰ্বেপত্ৰেন সহস্ৰেন সতেন চ"

যা শতেন পত্ৰনোষি সহস্ৰেন বিৰোহষি।।' বুলি দীৰ্ঘায়ু কামনা কৰিলে। আটায়ে ফুল-নিৰ্মালি লৈ সেৱা কৰিলে। অলপ পিছতে ভাল খামীৰ দৈৰ ঘাই এটা আনি কাষতে থলে। কাঁহী এখনৰ ওপৰত বানবাটি এটা সৰু বাটি এটাত পেৰা মিঠৈ প্ৰভুৰ কাষতে থলে। থাকৰি থকা ঢাকোন দিয়া গিলাচত পানী এগিলাচো আনি দিলে। দৈৰ ঘাইৰ কাষতে কোৰোকা এটাও থলে। বৰ মিনতি কৰি প্ৰভুক গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে।

প্ৰভুই হাঁহি মাৰি ক'লে, 'এতিয়া আৰু এইবোৰ নালাগে। মই গ্ৰহণ কৰিছোঁ। বুলি কৈ চুই দিলে।

শেষত তেওঁলোকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি অকণমান দৈ বাটিত লৈ তাকে গ্ৰহণ কৰিলে।

আহিব ওলাওঁতে বটা এখনত ধুতি-চাদৰ এযোৰ আৰু তাৰ ওপৰতে কেইটকামান দি আটায়ে সেৱা কৰিলে।

গাঁৱৰ ইমূৰৰপৰা সিমূৰলৈ প্ৰভুই যাব লাগিলে শিচসকলে দোলাত লৈ গৈছিল। পাছে পাছে বৰতাল, কালীয়া বজাই গৈছিল। যাওঁতে বাটত প্ৰভুৱে যাকে পাইছিল, সকলোকে নিৰ্মালি দি আশীৰ্বাদ কৰি গৈছিল।

আজি কেবাদিনো হ'ল, প্ৰভু প্ৰবাসত, শিচৰ ঘৰত। এতিয়া ঘৰমুৱা হবৰ মন। গধুলি গোঁসাই চাকি দিয়াৰ পিছতেই গোঁসাই ঘৰত বুঢ়া-বাথা আটায়ে বহিছে।

প্ৰভুই মনৰ কথা ব্যক্ত কৰিলে। নানা আলাপ আলোচনাৰ লগতে প্ৰভুৱে কেনেকৈ যাব তাৰো কথা ওলাল। এনেতে মহলদাৰ বৰুৱাই টোপোলা এটা আনি প্ৰভুলৈ আগবঢ়ালে। প্ৰভুই খুলি চাই হতবাক। প্ৰভুৰ মুখত হাঁহি বিৰিঙিল।

সৌ সিদিনা ৰূপৰ পাত খুওৱা হোকাটো বেৰত আঁৰি থোৱা দেখি ভাল পোৱা নাছিল। তেওঁ কোচ বেহাৰৰ বজাৰ লগত চিকাৰলৈ যাওঁতে ৰাজ পৰিয়ালত হোকা থোৱা ফুলকটা "বৈঠক" দেখি তেনে এটা কিনি আনিছিল। তেওঁ সেইটোকে হাজোৰ মৈৰাইতক দেখুৱাই হুবহু তেনে গঢ়নৰ এটি বৈঠক বনাই আনি প্ৰভুক দিলে। প্ৰভুৱে পাই বৰ খুচী। লগে লগে হোকাটো আনি বহুৱাই দিলে।

"কালি ৰাতিপুৱা ন বজাত গাড়ী। মই ভৰপূৰাতে ওলাই যাম বুলি ভাবিছোঁ। কালিলৈ আৰু একো লেঠা নাৰাখোঁ বুলি কৈয়ে তেওঁৰ কাষতে থকা পুষ্পপাত্ৰখনৰ পৰা মাননিৰ টকা এক আঁজলি আনি জিতেন্দ্ৰমল্ল আৰু যতীন্দ্ৰমল্লৰ হাতত দিলে। তেওঁলোকে একো বুজিব পৰা নাই। ইজনে সিজনৰ মুখলৈ চাই টকাখিনি হাতত লৈ থৰ হৈ থাকিল।

লান্দ এটাত কিমান খৰচ পৰে? পকা ইন্দ্ৰাত বা কিমান পৰে।' প্ৰভুই সুধিলে।

"লান্দ এটা চাৰিকুৰিমানতেই হব। পকাকুঁৱাত তিনিশমান পৰে। পিছে আমাৰ ইযাত লান্দহে ভাল হয়।'

গোঁসাই ঘৰৰ হদতে ৰাইজৰ সুবিধাৰ্থে এটি লান্দ খান্দি লব। তিথি পাৰ্বনত বৰ দৰকাৰ হব। ৰাইজৰো উপক'ৰত আহিব।" প্ৰভুই ক'লে।

"নাই নাই প্ৰভু, আপোনাৰ মাননিৰ পইচাৰে আমাক লান্দ নালাগে। আমি নিজেই কৰি লব পাৰিম। আটায়ে একেলগে কৈ উঠিল।

"শিচ পুত্ৰবৎ। মই শিচৰ কুশলাৰ্থে এইখিনি দিছোঁ, লব লাগে। কিবা পইচা বাচিলে গোঁসাই ঘৰৰ কামতেই খৰচ কৰিব।

অ' চান্দকুছিৰ পুখুৰীটো ৰজাদিনীয়া পুখুৰী। ই সাগৰ নহলেও হ্ৰদ। বাৰিষা খৰালী পানীৰ ঘাততি নাই। এনেহেনে পুখুৰীটো শোধন কৰি ললে ৰাইজৰ উপকাৰত আহিব। গাঁৱৰ স্কুলঘৰটো তাৰে পাৰত পাতিলে ঠাইডোখৰো শোভা বাঢ়িব, মুখপাতৰ ঠাই।

প্ৰভুক সেৱা জনাই টকাখিনি ললে। প্ৰভুৰ কথাও মানি ললে।

মহলদাৰ বৰুৱাই কৈ উঠিল, "প্ৰভুই ভৰপুৱাতে যোৱাৰ কথা চিন্তা কৰিব নালাগে। গা-পা ধুই জলপান খাই ধীৰে সুস্থিৰে যাব। ন বজাৰ গাড়ী গৈ থাকিব। আপুনি সাত থেকেচাকৈ যাব লাগিছে কেলেই, কৈঠালকুছিৰে পোনাই গলে কিমাননো দূৰ। মোৰ মাখুন্দাটো যাব আৰু জিতেনটোও যাব। আপোনালোকক থৈ এবেলাতে ঘূৰি আহিব পাৰিব।"

# বিয়া বিভ্ৰাট

আজিকালি সেই ৰাজভোগ খোৱা মল্লবুজৰবৰুৱাৰ চাত ভাঙিল। ইফালে সিফালে চিটিকি পৰিল। জমিদাৰী নোহোৱা হ'ল যদিও, ৰাজকীয় থাং একেবাৰে এৰি দিব পৰা নাই। জমিদাৰৰ জমি নহলেও দাবি (ভাটি) খিনি হলে আছে। 'চান্দকুষ্টীয়া বৰুৱাথেৰ চলি কিবা চাকৰি কৰিব? কাৰবাৰ গোলাম হব? একো নহলেও মাটি বেচি খাব।' —তেনে থাং আছিল। এক সময়ত নলবাৰী চহৰখনেই তেওঁলোকৰ আছিল। এতিয়া একচিমটা মাটিৰ কাৰণে কোৰ্ট-কাছাৰী কৰা হ'ল। ভেম থাকিল ক'ত!

পঞ্চাশৰ দশকৰ কথা। প্ৰতিপত্তি থকা এঘৰৰ ছোৱালী এজনী আমাৰ বজালীৰ ফালৰ এজন শিক্ষিত উচ্চ চাকৰিয়াললৈ দিযাৰ দিহা কৰিলে। কথা পকা পকী হ'ল। তাতে মল্ল বুজৰবৰুৱাৰ ঘৰৰ ছোৱালী। দৰা ঘৰেও অলপ সমীহ কৰিব লগীয়া কথা।

দৰা ঘৰ ন-শংকৰী মতত বিশ্বাসী, তামোল নোখোৱা সম্প্ৰদাযৰ। তেওঁলোকৰ বৈদিক কৰ্মপদ্ধতিলৈ বিৰাগ। আনকি ঘৰৰ কোনোবাৰ দেহত্যাগ হলেও শ্ৰাদ্ধাদিলৈ বিশ্বাস নাই — 'ই বামুণীয়া চাতুৰী'হে বুলি মত প্ৰচাৰ কৰে। আচল শংকৰক কাটি কৰি থৈ ন-পদ্ধতিত মহীয়ান হ'ল।

কথাত কথা ওলায়, সত্তৰৰ দশকত পশ্চিম বংগৰ ৰাজনৈতিক পৰিস্থিতিৰ উত্থান-পতন ঘটিল — বামপন্থী দল শাসনৰ গাদীত বহিল। সামাজিক, সাংস্কৃতিক ক্ষেত্ৰতো তল-ওপৰ হব ধৰিলে। কিছুমান সামাজিক প্ৰথাৰ শিপা দলৈকে শিপাইছে, তাক সহজতে কোনো পন্থীয়েই উঘালিব নোৱাৰে— আইনৰ পেছো কাটি যায়। তেওঁলোকৰ বিয়াত পণ প্ৰথাই গভীৰভাবে শিপাই পেলাইছে। বাম পন্থীয়ে হওক বা দক্ষিণ পন্থীয়েই হওক সেই মোহ এৰে কেনেকৈ? আজিও কাকতখন মেলিলেই 'গৃহবধূ আত্মহত্যা'ৰ খবৰ পোনেই চকুত পৰে। প্ৰগতিশীল বামপন্থী ল'ৰাৰ বিয়াৰ কাল হলে কোনোবাই ছোৱালী যাচিলে ল'ৰাই তেতিয়া মাক-বাপেকৰ একান্তবাধ্য হৈ পৰে — 'আমি কিছুই জানি না। মা-বাবাই সব'। কিন্তু মাক-দেউতাক ঢুকালে শ্ৰাদ্ধাদিলৈ পিঠি দিয়ে,— 'আমাদের Ethicsএ এই সব নেই।'

আমাৰো আজিৰ এচাম নপুৰুষে নতুন পন্থা প্ৰচলন কৰিব বিচাৰিছে, ভাৰতীয় বৈদিক প্ৰথাৰ ভেটি খৰক-বৰক কৰিছে— শিপহাৰা নাৱিকৰ দৰে। কোনে মাতিব?

বিয়াৰ নিৰ্দিষ্ট দিনত সাজ পাৰ পিন্ধি সেৰাৰ পিছতেই দৰা আহিল। বিয়াৰ ঘাহৰ নলবাৰী চহৰতেই পাতিছিল। বৰ ধৰি নি ৰভাৰ তলত ধৰক কৰপীৰাত বহুৱালে। বৰযাত্ৰীয়ে তামোল-চালি খাই অলপ জিৰাইছে। আলহীয়া এজনে কইনা উলিয়াবলৈ

ক'লে, 'এতিয়া মালা-বদল হ'ব।' দবাৰ সম্পৰ্কীয় খুৰাকেই পুৰোহিত। তেওঁলোকে হোম-যজ্ঞ নামানে। বাহ্নিক সাক্ষী কৰি মালা-বদল কৰিব। পুৰোহিতৰূপী খুৰাকেই বিয়াৰ বাণী শুনাব আৰু তাৰ পিছতেই বিয়া শেষ। এন অভং কথাত কইনা ঘৰে তভং খালে। 'বোলে আমি সাতাম পুৰুষে যাগ-যজ্ঞ মানি আহিছোঁ। আমাৰ বাচস্পতি দেউ পুৰোহিত, গোবিন্দপুৰৰ গোঁসাই আমাৰ গুৰু। এনেস্থলত আমাৰ ছোৱালীক এনেয়ে উলিয়াই দিব নোৱাৰোঁ। আমি কিবা কিৰাত নেকি? পাৰত গজা বংশৰ নেকি?'

কথাৰ গাঁঠি টানকৈয়ে আঁত খালে। বিয়া বাহৰত স্থানীয় বুজৰ মানুহ কেবাজনো আছিল, উকীল-মুক্তিয়াৰো আছিল। আটায়ে আহি মধ্যস্থতাত লাগিল- - কোনো ফালে ঘাৰ নাখায়, সৈমানত নাহে। ৰাতি দোভাগ হ'লেই। বৰপক্ষই ভাবিছে— কইনাপক্ষ পেছুভ পৰিছে, উদ্ধাৰ পাব কেনেকৈ? কইনাপক্ষৰ দুই-একে আন কথাও চিন্তা কৰিবলৈ বাধ্য হৈছে। এনেকুৱা বেধৰ্মীৰ লগত সম্পৰ্কইবা কৰে কেনেকৈ? হলেও, মিতিৰ হৈ নাথাকিব।

সেই বিয়াত প্ৰথম অসমীয়া ন্যায়াধীশ শ্ৰীডেকাও আছিল। কইনা পক্ষ তেওঁৰ আপোন সম্পৰ্কীয়। তেওঁ বৰ নিয়ম-নীতিত চলে, ধাৰ্মিকো। প্ৰথমতে এইবোৰ কথাত কাণ দিয়া নাছিল। ৰাতি হোৱা যেন পাই অলপ কাটি হৈছিল। চিলমিলকৈ টোপনি আহিব ধৰোঁতেই কোনোবাই গৈ বিযাৰ বিপাকৰ কথা কাণ চোৱালে। তেতিয়া ৰাতি ভাটিৰ ফালে লৰিছে। ন্যাযাধীশ ডেকাই আহি বুজালে— আমাৰ ভাৰতীয় আইন মতে, হয় বৈদিক প্ৰথা মানিব লাগিব, নহলে ৰেজিষ্ট্ৰী কৰিব লাগিব। নহলে ভৱিষ্যৎ বংশধৰসকল আইনৰ চকুত বৈধ নহ'ব।

বৰযাত্ৰীৰ মাজৰপৰা কোনোবা এজনে ওপৰতেই মাত দিলে— তেনেহলে জনজাতিৰ মানুহে দেখোঁ এনেয়ে আনি ঘৰত সোমায়।

হয়, তেওঁলোকৰ সেইটোৱে প্ৰথা। তেওঁলোকৰ সমাজে সেইটো মানে। আপোনালোক সেই জনজাতিৰ শাৰীৰ জানো? মোৰ সন্মুখত তেনেকৈ বিয়া হ'ব দিব নোৱাৰোঁ। ৰাতিপুৱা ৰেজিষ্ট্ৰী কৰাব লাগিব।' বুলি কৈ তেখেত ভিতৰলৈ গ'ল।

হৰি মুক্তিয়াৰকে ধৰি দুই চাৰিয়ে কথাৰ আগ ভাগ ললে। দফাই দফাই আলোচনা হ'ল। তেওঁ কাণ খজুৱাই কাণ খজুৱাই বুদ্ধি উলিয়ালে— বিয়া হ'ব। বৰপক্ষৰ মতেও হ'ব, কইনা পক্ষৰ মতেও হ'ব। দুয়ো পক্ষৰে মান ৰক্ষা পৰিব। হৰিৰ মনেৰে আটায়ে সম্মতি জনালে।

বিয়া সমাপন হওঁতে গছে-পাতে ব'দ ওলালেই। ন্যায়াধীশ ডেকাই তেতিয়া স্থানীয় ৰেজিষ্ট্ৰাৰলৈ এখন চিঠি লিখি দি ৰেজিষ্ট্ৰী বিয়াবো বন্দবস্ত কৰিলে।

# বিহুবান বিক্ৰীৰ কাহিনী

সৰু ল'ৰা-ছোৱালীৰ উপযোগীকৈ 'বিহুবান' নামৰ এখন আলোচনী 'বাণী প্ৰকাশ মন্দিৰে' প্ৰকাশ কৰিছিল। মইনাহঁতৰ মন আকৰ্ষণ কৰিব পৰাকৈ জকমকীয়া ৰংচঙীয়া ছবিৰে ভৰপূৰ বিহুবানখন চকুত লগাকৈ উলিওৱা হৈছিল। সম্পাদনা পুৰোহিত আছিল শ্ৰদ্ধেয় হলীৰাম ডেকা আৰু সম্পাদক আছিল শিক্ষাবিদ হৰেন্দ্ৰনাথ শৰ্মা। অসমৰ নামী-অনামী প্ৰায়বোৰ লিখকৰেই লিখনিয়ে তাত প্ৰকাশ পাইছিল। প্ৰথম আশীষ বাণীটো আছিল পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈৰ। আলোচনীখন আকাৰতো যথেষ্ট ডাঙৰ আছিল। বেচ ৰখা হৈছিল দুটকা। কলিকতীয়া প্ৰেছৰ কৰপাত সোমাই বিহুবান বিহুৰ সময়ত ওলাই নাহিল, বিহুচেৰীয়া হ'ল। বিহুচেৰীয়া হোৱাই বিক্ৰিতো চেৰা পৰিল। বহুত টকা তেনেই পানীত পৰিল। 'বাণী প্ৰকাশ মন্দিৰ' তেতিয়াও একচনীয়া মাটিৰ পাট্টাদাৰহে। প্ৰথম ঢাপতেই আঙুলি ফেন্টা হোৱাকৈ উজুতি খালে।

১৯৪৬ চনৰ জুন মাহৰ কথা। মই তেতিয়া আই.এছ্‌চি পৰীক্ষা দি ঘৰলৈ আহিছোঁ। দাদা কলিকতাতেই বিহুবানৰ সম্পূৰ্ণ লেঠা মাৰি আহিবলৈ সময় লাগিব। দেউতা ভাৰত ভ্ৰমণত ওলাইছে। তাৰ উপৰি বিশেষ বিশেষ ঠাইত থকা বন্ধু-বান্ধৱকো দেখা-সাক্ষাৎ কৰি আহিব। মই আহিয়ে ঘৰৰ মূৰী হব লগাত পৰিলোঁ। সেই সময়তে নানা কেজাং আহি পৰিল। ঘৰত আচল মূৰী মানুহ নোহোৱাৰ চেলু পাই, দেউতাৰ হাত ধৰি থাউনি পোৱা সকলেই বৰং সৰু কথাতেই চুতা উলিয়াই আমাৰ বিপক্ষে নানা ফন্দি কৰিলে। আগতে মই সংসাৰ চক্ৰত সোমোৱা নাই, এই বিষয়ত একেবাৰে অদা। উৱাহ-দিহ নোপোৱা যেন হৈছিলোঁ। আমাৰ সুহৃদ-হিতাকাংক্ষীসকলৰ সহযোগত কোনোমতে এই বিভ্ৰাটৰ ফাৰা কাটি উঠিলোঁ। আমাক কাবু কৰাৰ চেষ্টা সফল নহ'ল।

দেউতা তেতিয়ামানে আগ্ৰাৰ গাতে লগা দয়ালবাগ পাইছেগৈ। দয়ালবাগ হ'ল প্ৰায় স্বাবলম্বী সুপৰিকল্পিত উপনগৰী। সৎসংগ পন্থীৰ কেন্দ্ৰীয় অনুষ্ঠান আছে। ইয়াৰ সৎসংগ মন্দিৰ ভাৰতীয় স্থপতিৰ অন্যতম নিদৰ্শন পৃথিৱীৰ আকৰ্ষণ। এদিন ৰাতিপুৱা 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড'খন পঢ়োঁতে পালোঁ, 'আই এন এ'ত থকা লেফটেনেণ্ট উমেশ চৌধুৰী বৰ্তমান দিল্লীত বিচাৰাধীন হৈ আছে। লেঃ চৌধুৰী দেউতাৰ

ভাগিন। দেউতাই ভাগিনৰ খবৰ কৰিবলৈ আগ্ৰাৰপৰা পোনেই দিল্লীলৈ লৰ মাৰিলে। 'আই এন এ' অফিচৰ ভাৰপ্ৰাপ্ত প্ৰাক্তন সামৰিক বিষয়া এজনৰ সাহায্যত আই এন এ' অফিচৰ কাগজ-পাতি ওখনিয়ালে, তল-ওপৰ কৰিলে। বহুত পানী কিএগ্ৰা কৰিলে। কিছু খবৰ যোগাৰ কৰিলে যদিও, ভাগিনৰ লগত হলে সাক্ষাৎ কৰাৰ সুযোগ নঘটিল। জীয়াই থকাৰ সঠিক খবৰটো পাই ঘৰলৈ তাঁৰবাৰ্তা কৰিলে। ইয়াৰ আগতে বহুত উৰা-বাতৰি ওলাইছিল— বাৰ্মা-ছিংগাপুৰ মুলুকৰপৰাই হদিচ নোহোৱা হৈছে বুলি। অন্ততঃ এতিয়া জীয়াই থকাৰ সঠিক বাতৰি পাই ঘৰত উৎকণ্ঠা-আশ্বস্তৰ ভাব জাগিল।

ঘৰত বিহুৱানৰ দ'ম দেখি মনটো সেমেকি গ'ল। চাওচোন কিবা কৰিব পাৰি নেকি বুলি বিহুৱানৰ দুটামান টোপোলা লৈ ফেৰি কৰাৰ উদ্দেশ্যে গুৱাহাটী হৈ উজনিলৈ যোৱাটোকে ঠিৰাং কৰিলোঁ।

গুৱাহাটী মোৰ বাবে একৰকম নতুন, বৰকৈ আঁত-ঘাত নাপাওঁ। আমাৰ লগৰে ল'ৰা এজন 'নতুন অসমীয়া'ৰ সম্পাদক হৰেণ বৰুৱাৰ লগতে থাকে। সিয়েই তেখেতৰ তাত থকাৰ সুবিধা হব বুলি কৈ তালৈ লৈ গ'ল। তাতেই বাহৰ পাতিলোঁ।

পুৱা বেলাতেই বিহুৱান কেইখনমান লৈ উজানবজাৰ পাণবজাৰৰ স্থায়ী বাসিন্দাসকলৰ ঘৰে ঘৰে গৈ ফেৰি কৰি ফুৰোঁ। মোৰ নতুন জীৱনৰ সূচনা হ'ল। বিৰাট অভিজ্ঞতা অৰ্জন কৰিলোঁ। প্ৰায় মানুহেই বৰ আদৰ সাদৰ কৰি বিহুৱান কিনে। কিছুমানে আকৌ ৰাখি থয়, পিছদিনা পইচা লৈ যাবলৈ কয়। পিছদিনা গলে 'ভাল নহয়, নালাগে' বুলি কৈ ফিৰৎ দিয়ে। মই কি কৰিম, ওঁঠ-মুখ চেলেকি গুচি আহোঁ। অৱশ্যে সম্পাদক বৰুৱাই এই বিষয়ত আগধৰিয়েই সকীয়াই দিছিল। প্ৰথমতে এইবোৰ কথাৰ ফুট বুজা নাছিলোঁ, পিছলৈ বুজা হ'লোঁ। মোৰও সাহস বাঢ়িল থল চাই কঠিয়া পাৰাৰ দিহা কৰিলোঁ। 'যদি পটা শেষ হোৱা নাই ৰাখি থবলৈ' কোৱা হ'লোঁ।

যোৰপুখুৰীৰ পাৰৰ এঘৰত এনেকৈ বিহুৱান দেখুওৱাতে দুজনী ছোৱালীয়ে আতৌ-পুতৌকে ৰাখিলে। ককায়েক ঘৰত নাই কাৰণে পিছদিনা পইচা লৈ যাবলৈ অনুৰোধ কৰিলে। খেলা সংক্ৰান্তত ককায়েকক কলিকতাত কেবাবাৰো লগ পাইছিলোঁ, চিনাকি। তাহাঁতৰ আগ্ৰহ দেখি দি আহিলোঁ। পিছদিনা যাওঁতে 'ভাল নহয় নালাগে' বুলি ফিৰৎ দিলে। মইনো কি কম। লৈ আহিলোঁ। বাটতে হঠাৎ বিহুৱানখন মেলি চালোঁ। ৰাতি বোধহয় পঢ়িছিল, ভিতৰত এখন চিঠি মানে

কোনোবাই নকৈ গজি উঠা প্ৰেমিকৰ প্ৰেমপত্ৰ। লিখা আছে ঃ

ফুটো নে নুফুটোকৈ
কুমলীয়া কলিটি
ওঁঠৰ লাজেৰে বৈ
মিচিকীয়া হাঁহিটি।
চাওঁ নে নেচাওঁকৈ
মৰমৰ দেহিটি।
দেৱীনে মানৱী
মাধুৰীৰ ছবিটি।' ইতি-

তোমাৰ

পোনেই ফিৰি গৈ আকৌ তাহাঁতৰ দুৱাৰত টুকুৰিয়ালোঁ। সৰুজনী ওলাই আহিল। অনুমান তাই নৱম-দশম মানত পঢ়া, নতুনকৈ পাখি গজা পখী। গম্ভীৰ হৈ অলপ ৰুক্ষ ভাবত সুধিলে, 'আকৌ কি লাগে?"

"নাই একো নালাগে। বিহুৱানৰ মাজত এই কাগজখিলা আছিল। বিশেষ দৰকাৰী যেন পাই দিব আহিলোঁ।"

ছোৱালীজনীয়ে চিঠিখন হাতত লৈ 'চৰগ পৰা মানুহ'ৰ দৰে থৰ হৈ থাকিল। মই ওলাই আহিলোঁ।

ভাস্কৰ নাট্য মন্দিৰৰ কাষেৰে নৈৰ পাৰলৈ বুলি যাওঁতে দুতলা ঘৰ এটি আছে। তাৰে বাৰাণ্ডাতে বৰ ফিটফাটকৈ পোছাক পিন্ধা ল'ৰা এজনক দেখি বিহুৱান এখন দেখুৱালোঁ। ল'ৰাজনে হাতেৰে নুচুবাকৈয়ে বৰ অবজ্ঞাৰ সুৰত ক'লে, "আমাৰ এইবোৰ নপঢে।' ল'ৰাজনৰ চাহাবীয়ানা ঢং আনফালে ছোৱালী সেৰুৱা মাত। মই পোনেই ওলাই আহি কাষৰ ঘৰত সোমালোঁ। পকা ডালিম যেন চেহেৰাৰ চাহাব যেন দেখা ভদ্ৰলোক এজন বাৰাণ্ডাতে বহি কিবা পঢ়ি আছে। গাখীৰ হেন বগা হাফপেন্ট আৰু গেঞ্জি পিন্ধা। মই নমস্কাৰ জনাই বিহুৱান এখন দেখুওৱাতে হাতত লৈ কেইটামান পাত উলটিয়াই চাই ভিতৰলৈ গ'ল। দুটকা ৰূপ আনি দিয়াৰ লগতে মোৰ নাম-ধাম সুধিলে। দেউতাৰো নাম সুধিলে। নাম কোৱাত হাঁহি মাৰি 'বহা' 'বহা' বুলি একৰকম জোৰ কৰিয়ে বহুৱালে। ঘৰৰ কথাও সুধিলে। শেষত চাহ খুৱাইহে পঠালে। এয়েই হ'ল পুলিচ চাহাব গুৰুপ্ৰসাদ বৰুৱা।

আগৰ ঘৰৰ ল'ৰাজনক পিছত মই দয়ালবাগ (আগ্ৰা)ত পঢ়োঁতে তাতেই

লগ পাইছিলোঁ। তেওঁ বি আৰ সিং কৃষি কলেজত কৃষি বিজ্ঞানৰ ছাত্ৰ। সুখত খোৱা দেহাই 'ছিডবেড' তৈয়াৰ কৰিবলৈ বুলি কোৰ মাৰোঁতেই হাতৰ তলুৱাত কৰ ফুটিছিল। এদিন মোৰ তালৈ গৈ হাত দুখন দেখুৱাই বৰকৈ কান্দিছিল। তেওঁৰেই অতি আপোন সম্পৰ্কৰ সুধালতা (দুৰ্বা) পণ্ডিত দয়ালবাগ বি টি কলেজৰ প্ৰিন্সিপাল আছিল। কোনোবা দুৰ্বৃত্তই এদিন ৰাতি তেখেতক হত্যা কৰাত সেই সংক্ৰান্তত ইফালে সিফালে দৌৰা-দৌৰি কৰিব লগা হোৱাত তেওঁ মোৰ ঘনিষ্ঠ হৈ পৰিছিল। পিছলৈ কিন্তু সুখী দেহাই কৃষি-বিজ্ঞানৰপৰা বিদায় লৈ উদ্ভিদ বিজ্ঞান পঢ়ি অধ্যাপক হৈছিল।

সাধাৰণতে নলবাৰী, পলাশবাৰী, হাজো, ছয়গাঁও, অঞ্চলৰ বহুত ডেকা ল'ৰাই এনেকৈ নানা বস্তু ফেৰি কৰি ফুৰিছিল। কোনো কোনো ঠাইত মোকো প্ৰায় সেই শ্ৰেণীৰেই বুলি ধৰি লৈছিল। কেতিয়াবা হেয় চকুৰেও চাইছিল।

এদিন পুৱাবেলাতে এঘৰ মানুহৰ দুৱাৰত টুকুৰিয়াইছিলোঁ। ভদ্ৰলোক ওলাই আহিলত কিতাপ এখন উলিয়াই দিলোঁ।

আলোচনীখন হাতত লৈয়ে ভিতৰলৈ গ'ল। অলপ পিছতে আহি বাৰাণ্ডাতে থকা বেতৰ দীঘল চকী এখনৰ এমূৰত বহি মোকো কাষতে বহিবলৈ ক'লে। মই অলপহেঁহ-নেহ কৰা যেন দেখি আকৌ এবাৰ ক'লে। ময়ো কাষতে বহিলোঁ। কিতাপখন মেলি উবাই-ঘূৰাই চাই বৰ তাৰিফ কৰিলে। কথা-প্ৰসঙ্গত মোৰ নাম-ধাম পঢ়া আদি সকলো সুধিলে। হৰেণ শৰ্মাৰ বিষয়ে বৰকৈ তাৰিফ কৰি ক'লে, তেখেতৰ ছাত্ৰ হোৱাটো বৰ ভাগ্যৰ কথা। তেখেতৰ লগত আমাৰ সম্পৰ্কৰ কথা জানি তাৰ উপৰি মই কলিকতাৰ কলেজত পঢ়ি গুৱাহাটীত এনেকৈ কিতাপ বেচি ফুৰাত আচৰিত হ'ল, শলাগ ললে। অলপ পিছতে চাহ আহিল। চাহ খোৱাৰ পিছতেই কণ কণ মইনাহঁতৰ উপযোগীকৈ তেখেতে যুগুত কৰা সহজতে ছবি চাই শিকিব পৰা, বুজিব পৰা নেওতা, অ আ ক খ ৰ আৰ্হি কিতাপ কেইখনমান দেখুৱালে। সেইবোৰ ছপাই উলিওৱাৰ কথা ভাবিছে। আনকি গাঁওৰ মানুহৰ বাবে ঢেঁকী আৰু গৰুৰ গাৰী ও বৈজ্ঞানিক পদ্ধতিত তৈয়াৰ কৰাৰ কথা চিন্তা কৰিছে। তাৰ বাবে চৰকাৰৰ লগত হেনো যোগাযোগ কৰি আছে। মোৰপৰা চাৰিখন কিতাপ কিনি ললে। কথাৰ লেচেৰিতে অসম ট্ৰিবিউনলৈও যোৱাৰ কথা ক'লে। মালিক বৰ ভাল মানুহ। কিতাপ বিক্ৰিৰ বিষয়ত যথেষ্ট সদ উপদেশ দিব পাৰিব। মোক ভাল সমজদাৰ পালে নেকি, সময় পালে আকৌ তেখেতৰ তালৈ আহিবলৈ মাতিলে। তেখেতেই হ'ল বৈজ্ঞানিক শিক্ষাবিদ ডঃ হিৰণ্য কুমাৰ ভূঞা, 'দাস ভূঞাজ থিয়োৰি'ৰ উদ্ভাবন কৰোঁতা।

এদিন দুপৰীয়া বেলি অলপ হালিছেহে, মই ঘূৰি ঘূৰি চান্দমাৰী পালোঁ। তেতিয়া চান্দমাৰী অঞ্চলত মানুহ-দুনুহ প্ৰায়ে নাছিল, জংগল। শিলপুখুৰী পাৰ হ'লেই সোঁফালে সেনাপতিপুৰী– সোনাধৰ সেনাপতিৰ হাউলি। অলপ আগুৱাই গলেই বাওঁফালে 'আসাম ট্ৰিবিউন'ৰ ঘৰটো থমথমকৈ থিয় হৈ আছে। সন্মুখত বহল চোতাল। নকৈ জাৱণি কাটি উলিওৱা পথাৰ হেন বহল চোতালখন। 'গেট'খন খুলি সোমালেই বাওঁফালে সৰু টিনৰ ঘৰ এটি, ঘৰটো চিকণ, ধুনীয়া। বাৰাণ্ডাতে ৰঙা পৰা চেহেৰাৰ আৰ্য পুৰুষ যেন এজনে বেতৰ চকী এখনত বহি কিবা পঢ়ি আছে। বগা হাফপেণ্ট আৰু বগা স্পোটিং গেঞ্জি পিন্ধা, ভৰিত চটি জোতাৰ দৰে চেণ্ডেল। ওচৰ চাপি গৈ নমস্কাৰ জনাই বিহুৱান এখন আগবঢ়াই দিলোঁ। হাতত লৈয়ে বিহুৱানখনৰ কেইটামান পাত উলটিয়াই চাই সেইখন চকীখনতে থৈ ভিতৰলৈ গ'ল। একো নকলে। ভাবিলোঁ পইচা আনিব গৈছে। পিছে বেতৰ চকী এখনহে লৈ আহিল। 'বহক' বুলি কৈ আকৌ ভিতৰলৈ গ'ল। হাতত খুচুৰা পইচা কেইটামান লৈ আহি আফচোচৰ সুৰত কলে, "অ মোৰ যে ভঙনীয়া নাই। এটকা চাৰে পোন্ধৰ অনাহে আছে।"

"হব বাৰু। পিছে খুচুৰা লাগিলে মই দিব পাৰোঁ।"

তেখেত আকৌ ভিতৰলৈ গ'ল। মই ভালকৈ কথা কোৱাৰ সুৰুঙাই পোৱা নাই। মই তেতিয়াও থিয় হৈয়ে আছোঁ। প্ৰায় দহ মিনিটমান পিছত দুই হাতত দুকাপ চাহ আৰু প্লেটতেই দুখনকৈ বিস্কুট লৈ আহিল।

'বহক চাহ খাওক।" মই হতভম্ব। মই এজন ফেৰিৱালাহে। "মোক 'আপুনি' নুবুলি 'তুমি' বুলিব" বুলি কৈ চকীত বহিলোঁ। চাহ খাওঁতে ইটো-সিটো নানা কথা সুধিলে– পঢ়া-শুনা নাম-ধাম ইত্যাদি বহুত কথা। বিহুৱানৰ পাত ওলোটাই সম্পাদক হৰেন শৰ্মাৰ নামটো দেখি তেখেতৰ বিষয়ে সুধিলে।

মোৰ চাৰ আছিল, এতিয়া আত্মীয়– দাদাৰ শহুৰ।"

"ময়ো তেখেতৰ বিষয়ে শুনিছোঁ। বৰপটোত থকা গণেশ ফুকন হাকিমৰ নাম শুনিছা? তেওঁৰপৰাই শৰ্মাৰ বিষয়ে বহুত কথা শুনিছোঁ।"

"ফুকন হাকিমৰ নাম শুনাই নহয়, প্ৰায় আত্মীয়ৰ দৰেই আছিল। বজালীৰ ফালে বিশেষকৈ পাটাছাৰকুছিলৈ আহিলে আমাৰ ঘৰলৈ এবাৰ নহাকৈ থকা নাছিল। দেউতাৰ বন্ধু। পিছলৈ আত্মীয়ই হৈছিল।"

তেখেতৰ চকুৰ মুখ যেন হাঁহি ফুটি ওলাল। মই কাপটো ভিতৰত থৈ

আহিম বুলি থিয় দিওঁতেই হাতৰপৰা থাপ মাৰি লৈ গ'ল। কথা পাতোঁতে পাতোঁতে ইফালে ৰ'দৰ জাল কিছু কমিল। ময়ো আহিব ওলালোঁ।

নাতি-পুতিহঁতলৈ বুলি এখন দুখনকৈ পাঁচখন কিতাপ কিনি ৰাখিলে।

"তোমাৰ শলাগ লৈছোঁ। তোমাৰ এই কামত মই কেনেকৈ সহায় কৰিব পাৰোঁ? বাৰু, তুমি এতিয়া ক'লৈ যাবা?'

"পাণবজাৰলৈ।"

"ৰবা ময়ো যাম।' বুলি কৈ পোছাক সলাই আহিল যেন বহুত পুৰণি পৰিচিতহে। তেওঁৰ গাৰীৰে মোক পাণবজাৰত থৈ গ'ল। পিছদিনা তেৰেঁই মোৰ বাবে হৰেণ বৰুৱাৰ ঘৰত যোৰহাট, ডিব্ৰুগড়ৰ কেইজনমান বিশিষ্ট লোকলৈ চিঠি লিখি দি গ'ল, যাতে সেই সেই ঠাইত মোৰ কোনো অসুবিধা নহয়। তেখেতেই হ'ল 'আসাম ট্ৰিবিউন', 'অসম বাণী'ৰ সত্বাধিকাৰী, গুৱাহাটীৰ ৰূপকাৰ ৰাধাগোবিন্দ বৰুৱা।

কেবা বছৰো পিছৰ কথা। এবাৰ বাণী প্ৰকাশৰ বাবে সাহিত্য প্ৰকাশৰ প্ৰকাশিত কিতাপ আনিব গৈছোঁ। টকা-পইচা দি কেছ মেমো লৈছোঁ। এজনে ভিতৰৰপৰা কিতাপখিনি আনি কাউণ্টাৰতে দিলে। এতিয়া নিও কেনেকৈ? অলপ বান্ধি দিয়াৰ কথা কওতে লগৰ এজনে জকজকাই উঠিল ঘৰৰপৰা ৰচী কাগজ লৈ আহিব লাগে।" মই থৰ হৈ পৰিলোঁ।

কাউণ্টাৰৰ কাষতে মালিকৰ কোঠাটো। বোধহয় তাৰ কথাখিনি মালিকৰ কাণত বাজিল। তেখেতে কাকো একো নকৈ অলপ পেকিং কাগজ আৰু ৰচী দুডালমান লৈ আহিল। কাউণ্টাৰতেই কিতাপখিনি তেও নিজেই বান্ধি দিলে। আনকি এজন লগুৱাৰ হতুৱাই পেকেটটো ৰাস্তাতে ৰখাই থোৱা ৰিক্সাত তুলি দিলে। সেই দিনাৰপৰাই 'বান্ধি দিয়া প্ৰথা চালু হ'ল।

পিছলৈ নানা অনুষ্ঠানত বৰ ঘনকৈ লগ পাইছিলোঁ। গুৱাহাটীত এবাৰ 'অসম সংগীত সম্মিলন' পাতোঁতে পাঠশালাৰপৰা প্ৰতিনিধি হৈ আহিছিলোঁ। তেতিয়া তেখেতৰ লগত গাটোতে ছাঁটোৰ দৰে লাগি থাকিব লগা হৈছিল, এৰি নিদিয়ে। এদিন ৰাতিপুৱা আঠ বজাতে 'প্ৰতিনিধি সভা বহিল। সম্মিলনৰ সম্পাদক ডাং তাৰিণী বৰুৱা আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ৰাধাগোবিন্দ বৰুৱা। বিভিন্ন শাখাৰপৰা অহা সংগীত-নাচ আদি প্ৰতিযোগিতাত যোগদান কৰাসকলক মান অনুসাৰে পুৰস্কাৰ দিয়াৰ কথা ওলাল। আমি প্ৰায়বোৰেই বিশেষকৈ বৰপেটা

তেজপুৰ, শিৱসাগৰ, ডিব্ৰুগড়ৰ প্ৰতিনিধিয়ে সমৰ্থন জনালোঁ। গুৱাহাটীসকলেহে পথালি দিলে, বিৰোধিতা কৰিলে। সাংবিধানিক নিয়ম উলিয়ালে, আগতে এই বিষয়ত জনাব লাগিছিল, বিজ্ঞাপন দিব লাগিছিল, ইত্যাদি ইত্যাদি ফেকৰা উলিয়ালে। আচল পেটৰ কামোৰ হ'ল– পুৰস্কাৰ দিলে আটাইবোৰ গুৱাহাটীৰ বাহিৰলৈ যাব, গুৱাহাটীৰ কঁপালত থন থন মদন গোপাল! সুনাম নৰব। সেয়ে তৰ্কৰ সূচনা। তৰ্ক গৈ কিছু দ পালে। নৃত্যবিষাৰদ প্ৰদীপ চলিহাই নানাভাৱে বুজাবৰ চেষ্টা কৰিলে, তেওঁলোকৰ কাণতেই নোসোমায়। চলিহাৰ হকে মাত মাতোঁতে তৰ্কৰ মাজতে মোক অলপ ইতিকিং কৰি ক'লে উজান বজাৰৰ প্ৰতিপত্তি থকা পৰিয়ালৰ প্ৰতিনিধি এজনে। লগে লগে অৱশ্যে ফণী তালুকদাৰে প্ৰতিবাদ কৰি কথাটো উঠাই লবলৈ ক'লে। ফণী তালুকদাৰ 'স্মৃতিগ্ৰন্থ'ৰো সম্পাদক আছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি ৰাধাগোবিন্দ বৰুৱা আৰু সম্পাদক ডাঃ তাৰিণী বৰুৱায়ো পুৰস্কাৰ নিদিয়া কথাটো ভাল নাপালে যদিও, তাতেই সামৰণি পেলালে। পুৰস্কাৰ দিয়াটো অনিচ্ছা স্বত্বেও বাতিল কৰিব লগা হ'ল।

আগতে গুৱাহাটীত সভা-সমিতি-উৎসৱ আদি হলে উজানবজাৰ পাণবজাৰৰ পুৰণি প্ৰতিষ্ঠিত বাসিন্দাসকলৰ সহযোগতহে সমাপন হৈছিল। সেই কাৰণে যি কোনো কামতে তেওঁলোকেহে ৰবকৈ মাত মাতিছিল। ৰাধাগোবিন্দ বৰুৱাই অৱশ্যে সেই ধাৰা সলনি কৰি সকলো সম্প্ৰদায়ৰ লোককেই চামিল কৰি ললে মল্লযুদ্ধৰ মঞ্চ পাতি, সংগীত সম্মিলনৰ জৰিয়তে বিহুতলী পাতোঁতে।

প্ৰতিনিধি সভা শেষ হওঁতে প্ৰায় দুপৰ হ'লেই। অভ্যৰ্থনা সভাৰ সভাপতিৰ ফুৰচৎ নাই। নতুনকৈ লোৱা হাতী হেন ধুমা 'ডজ' গাড়ীখনেহে জানে গুৱাহাটী চহৰখন দিনটোত কেইপাক মাৰে। প্ৰতিজন শিল্পীৰ খা-খবৰ কৰা, প্ৰতিনিধিসকলৰ সা-সুবিধা চোৱা, তাৰ উপৰি সম্মিলন চলোৱাৰ বাবে পইচা-পাতিৰ তৎবিৰ কৰা তেওঁৰ কাম।

চৌধুৰী বলা, অলপ ফুৰি আহোঁ' বুলি কৈ মোক লৈ গ'ল। লগত উজান বজাৰৰ ৰাজেন চৌধুৰীও। পোনেপোনেই ভৰলুমুখ পালোঁ। তাত 'ষ্ট্ৰেণ্ড হোটেল'ত (আজি কালি 'হোটেল এপ'লো') বিখ্যাত নৃত্যশিল্পী দময়ন্তী যোশীকে আদি কৰি কেইজনমান বিখ্যাত শিল্পী আছে। তেওঁলোক আটাইৰে খা-খবৰ কৰি টকোৱাৰী-ৰিহাবাৰী কৰি সমগ্ৰ গুৱাহাটী চহৰ টহল দি আহোঁতে বেলি হালিল। তেতিয়াও আমাৰ পেটত বিশেষ একো পৰাই নাই।

প্ৰতিনিধিসকলৰ খোৱাৰ বন্দবস্ত কৰিছিল পাণবজাৰত থকা 'হেপিলজ'ত। আজিকালি অৱশ্যে পল্টন বজাৰলৈ গ'ল। উজান বজাৰৰ শুক গোস্বামীৰ তত্বাৱধানত প্ৰতিনিধিসকলৰ খোৱা-বোৱা নিয়াৰিকৈ চলিছিল। গুৱাহাটীৰ প্ৰায়বোৰ

সভা-সমিতি, বিয়া-বাৰুত আদৰ-আপ্যায়নৰ ভাৰ শুক গোস্বামীৰ ঘৰতেই পৰিছিল। তেখেত এই বিষয়ত পাকৈত, কোনো চিন্তা নোহোৱাকৈ কাম চলাই দিয়ে। শেষ বয়সলৈকে তেনে সেৱা কৰিয়ে গ'ল।

আমি ঘূৰি ঘূৰি পাণবজাৰ পাওঁতে তেতিয়ামানে 'হেপিলজ'ৰ হাড়ী-কেৰাহী কাটি হৈ পৰিছে। "চৌধুৰী ব'লা, আকৌ এঠাইৰপৰা আহোঁ। ৰাজেন চৌধুৰী তাতেই ৰ'ল। ইফালে মোৰ পেটত কুমতি কাটিব ধৰিছে। মুখ ফুটাই একো কবও নোৱাৰোঁ। একান্তবাধ্যৰ দৰে আকৌ গাৰীত উঠিলোঁ।

গোনেই দীঘলী পুখুৰীৰ দক্ষিণপাৰেৰে পূবলৈ বুলি গাড়ীয়ে 'ধাৱা' কৰিলে। আমাৰ কাৰো মুখত মাত নাই। খলা-বমা ৰাস্তাটোও মন কৰা নাই। নিমিষতে গাৰী গৈ 'আসাম ট্ৰিবিউন'ৰ চৌহদত সোমাল। মই তেতিয়াও একো তম্ভিবই পৰা নাই।

"বহুত বেলি হ'ল। আহা কিবা খাই লও।" বুলি কৈ ভিতৰলৈ লৈ গ'ল। মই মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ পাছে পাছে গৈ থাকিলোঁ।

সমাজ কল্যাণ দপ্তৰৰ তৰফৰপৰা নানা ঠাইত সমাজ সেৱাৰ কেন্দ্ৰ খোলা হৈছিল। পাঠশালাৰ প্ৰগতি সংঘৰ অধীনতো কেবাটাও সমাজ সেৱা কেন্দ্ৰ আছিল। একেবাৰে নতুন আঁচনি– এই কেন্দ্ৰবোৰ পৰিচালনাৰ উৰ-মূৰ কোনেও ভালকৈ পোৱা নাই। এই আঁচনিৰ লগতে প্ৰগতি সংঘই 'চৰ্দাৰ বল্লভ ভাই পেটেল নাম দি এখন শিশু উদ্যানবো আঁচনি দি কিছু টকা পাইছিল। এই আঁচনিখন ৰূপায়িত কৰাৰ বাবে দিহা-পৰামৰ্শ লবলৈ বুলি সমাজ কল্যাণৰ মুখ্য সঞ্চালক শ্ৰীমতী নীৰা ডোগৰাৰ ওচৰ চাপিলোঁ। শ্ৰীমতী ডোগৰাই বৰ সহজভাৱেই ক'লে ৰাধাগোবিন্দ বৰুৱাৰ লগত যোগাযোগ কৰিবলৈ। তেখেতেই আগভাগ লৈ সমাজ কল্যাণমূলক কাম কৰিছেই। শ্ৰীবৰুৱাই ইতিমধ্যে দীঘলীপুখুৰীৰ দক্ষিণ পাৰে দেচুৱালী মজদুৰহঁতে প্ৰাতঃকৰ্ম কৰি লেতেৰা কৰা ঠাই ডোখৰ শিশু উদ্যান পাতি মুক্ত কৰিলে। ঠাইখিনি চকুত লগা হ'ল। তাৰ পিছত গুৱাহাটী চহৰৰ আন আন পুখুৰীবোৰো সংস্কাৰ কৰি পাৰবোৰত উদ্যান সাজিলে। লাহে লাহে গুৱাহাটীৰ ৰূপ সলনি হ'ল।

আমি বৰুৱাৰ কাষ চাপিলোঁ। আথে-বেথে বৰুৱাই লৈ বিৰাট ফাইল এটা আনি উদ্যানৰ সকলো সা-সৰঞ্জাম সৰবৰাহ কৰা কোম্পানীৰ ঠিকনা আদি লিখি দিলে। নানা দিহা পৰামৰ্শও দিলে। আমাতকৈ তেওঁহে যেন দায়িত্ব বেছি, যেন কন্যাদায়গ্ৰস্ত পিতৃহে।

এবাৰ বৰপেটালৈ যাব আহোঁতে পাঠশালা পাওঁ পাওঁ হৈছে, বাটতে দৰা পিটা বৰযুগে পালে। পাঠশালাৰ ঘাই চুৰ নাপালেই গাড়ীবো কিবা বিজুতি ঘটিল।

ৰবযুণৰ ৰেছ কমাত নিজেই আধা ভিজা হৈ খোজকাটি খোজকাটি বাণী প্ৰকাশ ওলাল। সিদিনা হাটবাৰ, মানুহৰ সমাগম বেছি আছিল। মই তেখেতক হঠাতে দেখি হতবাক।

"হেৰা চৌধুৰী, মোৰ গাড়ীখন বেয়া হ'ল। কোনোবা মেকানিক পোৱা নাযায় নে?'

'হব বাৰু। আপুনি বহকচোন।" বুলি কৈয়ে চাহ আনিব দিলোঁ।

চাহ এতিয়া নাখাও। গাড়ীখনহে আগে। গাড়ীখন লৈ আহি পিছত বহিম। ড্ৰাইভাৰজনো আছে নহয়।"

আমাৰ দোকানৰ সন্মুখতে ধনঞ্জয় মেকানিক থাকে। তাক অৱশ্যে সহজতে পোৱা টান। ৰাতি পুৱাবই নাপায় গাড়ীৰ মালিকে আহি গেৰি ধৰেই। এবাৰ নিব পাৰিলে গেৰেজতে বন্দী কৰি ৰাখে কাম শেষ নোহোৱালৈকে তাৰ হদিচ পোৱা টান। সি মস্ত মেকানিক বুলি এই অঞ্চলত জনাজাত। যি কোনো ইঞ্জিন এবাৰ চালেই ভাল কৰিব পাৰে। যুদ্ধৰ পিছতেই আমাৰ গাড়ী কিনোতে গাড়ীৰ লগতে ড্ৰাইভাৰঁ হৈ আহিছিল। পিছত পাঠশালাৰ জোৱাই হৈ ইয়াতেই নিগাজীকৈ থাকি গ'ল। সি মণিপুৰী, ধনঞ্জয় সিং।

তাক বিচাৰি কেবা থোৰাও মানুহ দিহা-দিহি পঠোৱা হ'ল। সিদিনা ভাগ্য ভাল এজন মাৰোৱাৰীৰ গেৰেজত সহজতেই পোৱা গ'ল। সি আহিযে গাড়ী সম্পৰ্কে দুই এটা খবৰ জানি ললে। সেই দিনত পাঠশালাত ৰিক্সা পাবলৈ নাই। এখন নে দুখন আছিল যদিও যোৱাটো তাহাঁতৰ মৰ্জিৰ ওপৰত। আজিকালি অৱশ্যে বিহাৰী ৰিক্সাবালাৰ তাপত আমাৰবোৰ নাপাট্টা হ'ল। ধনঞ্জয়ে কাৰবাৰ চাইকেল এখন লৈয়ে আগবাঢ়ি গ'ল। শেষত উপায় নাপাই আমি দুয়ো পদব্ৰজে আগবাঢ়িলোঁ। বজালী কলেজৰ সীমা পাৰ হোৱাই নাই, সেইফালৰপৰা গাড়ীখন আহিলেই।

ধনঞ্জয় অহালৈকে আমি তাতেই ৰৈ থাকিলোঁ। ধনঞ্জয়ে দূৰৈৰপৰা ৰৈ থকা দেখি আকৌ কিবা বিজুতি ঘটা বুলি উধাই মুধাই চাইকেল মাৰিলে। তাক উধাতু খাই অহা দেখি বৰুৱাই হাতেৰে ইচাৰা দি লাহে লাহে আহিব ক'লে।

ধনঞ্জয় আহিলত তাৰ হাত দুখনত থাপ মাৰি ধৰি "তোমাক মই কি বুলি শলাগিম বুলি কৈয়ে পঞ্চাশ টকা তাৰ হাতত গুজি দিলে।

ধনঞ্জয় অলপ ৰসিকো। "বাবু, মোৰ চোলাৰ জেপ নাই, ইমান পইচা ক'ত লম! তাতে চধুৰী বাবুৰ মানুহ। ইমান পইচা একেলগে পালি আমাৰ মেকানিক গিলা মস্ত ধনী হৈ যাব।" সি কৈয়ে হাঁহিব ধৰিলে।

আমাৰ দোকানত আহি চাহ খাই বৰুৱাই ধনঞ্জয়ক বজাৰলৈ লৈ গ'ল। সি চিৰা গেঞ্জি পিন্ধি আহিছিল। তাক গেঞ্জি এটা, চাৰ্ট আৰু পেণ্টৰ কাপোৰ

দুটুকুৰা কিনি লগতে টকা বিছটা চিলাই বানচ বুলি কাপোৰৰ মাজতে সোমাই তাক 'প্ৰেজেণ্ট' দিলে। তুমি যদি চাকৰি কৰিব খোজা তেনেহলে এই ঠিকনাত আহিবা" বুলি কৈ তেওঁৰ নাম ঠিকনাৰ কাৰ্ড এখন দিলে। "তোমাৰ মন খুচী কৰি দৰমহা দিম।"

চাহ খাই থাকোঁতে আমাৰ দোকানত প্ৰগতি সংঘৰ সভাপতি শ্ৰীৰমণীপ্ৰসাদ শৰ্মাও আহি ওলাল। সংঘৰ আধা অফিচ তেতিয়াও আমাৰ দোকানতেই। তেৰোঁ আহি বৰুৱাক মাত লগালে। বৰুৱায়ো সংঘৰ খা-খবৰ ললে। কথা প্ৰসংগত ক'লে, "পাঠশালাখন নতুনকৈ গঢ়ি উঠিব ধৰিছে। এতিয়াই আপোনালোকে চৰকাৰী টাউন প্লেনিঙৰদ্বাৰাই চহৰখন প্ল্যান (Plan) কৰাই লওক। ভৱিষ্যতে লেখত লবলগীয়া চহৰ হব। এই কামটো আগভাগ লৈ প্ৰগতি সংঘইহে কৰিব পাৰিব।

যোৱাৰ সময়ত আকৌ ধনঞ্জয়ৰ হাত দুখনত ধৰি শলাগ ললে, চাকৰিৰ কথাও চিন্তা কৰি চাব ক'লে। আটাইৰেপৰা বিদায় লৈ বৰপেটালৈ বুলি ৰাওনা হ'ল।

তেতিয়াও পাঠশালাত 'টাউন কমিটি' হোৱা নাই। বজাৰ কমিটিয়ে সকলো পৰিচালনা কৰে। বজাৰ কমিটিৰ সভাপতি কাশীনাথ দাস। তেও স্বাধীনতা সংগ্ৰামী পাঠশালাৰ ৰূপকাৰ। সেই দিনতেই ৰাস্তাত লাইট জ্বলোৱা, ৰাস্তাঘাট পৰিষ্কাৰ ৰখা বজাৰত কিবা গণ্ডগোল লাগিলে বজাৰ কমিটিৰ অফিচতে নিষ্পত্তি কৰি দিয়া কামবোৰ নিয়াৰিকৈ কৰিছিল। বজালী কলেজৰ প্ৰথম ছেক্ৰেটৰী হৈ পোনেই মানুহৰ ঘাৰত নপৰাকৈয়ে নানা কৌশল কৰি ধন সংগ্ৰহ কৰিছিল। বজালী কলেজৰ আৰ্থিক ভেটি গঢ়িছিল। কলেজৰ কামতেই জীৱনটো সপি দিছিল। সেই দিনতেই সমবায় ভিত্তিত ব্যৱসায় সংস্থা কৰিছিল। বৰ দূৰদৰ্শী আছিল। আমাক বৰ মৰম কৰিছিল। আমি তিনি বন্ধুৱে ডাঃ উমেশ দাস, অৰ্জুন শৰ্মা আৰু মই দেওবাৰে এবাৰ তেওঁলোকৰ তালৈ যাবই লাগে। নগলে পিছদিনাই খবৰ কৰে। তেওৰ ঘৰত মালভোগ কল আছিল। আমাৰ কাৰণে প্ৰতি সপ্তাহে এথোক নহলেও এআঁখি হলেও ৰাখি থবই। কেতিয়াবা চাহ নাখাও বুলিলে গাখীৰকে আনি দিয়ে। ঘৈণীয়েক বৰ সাদৰি। আমি বাই বুলি মাতোঁ। আমাৰ ডাঙৰ বাইৰ লগৰ, একেলগে লাচ খেলি, পুখুৰীত সাঁতুৰি-নাদুৰি ডাঙৰ হোৱা। তেওঁলোকৰ একমাত্ৰ সন্তান ভুবনেশ্বৰ ডিব্ৰুগড়ত ডাক্তৰি পঢ়ে। এতিয়া আমিয়েই তেওঁলোকৰ আদৰৰ সন্তান যেন। পিছত ভুবনেশ্বৰ বিলাতলৈ গ'ল ডাঙৰ ডাক্তৰ হ'ল কিন্তু আমাৰ প্ৰতি মৰম-চেনেহ তেখেত্ৰৰ মৰণ-কাললৈকে একে ধৰণেই ৰ'ল।

এদিন দেওবৰীয়া চ'ৰাত ৰাধাগোবিন্দ বৰুৱাৰ কথাটো উলিয়ালোঁ। তেওঁ

ত্তালিকে প্ৰস্তাৱটোত সমৰ্থন জনালে।

"কিন্তু কি হ'ব, কোনে কৰিব। মই এতিয়া ৰোগগ্ৰস্ত, কিমান দিন থাকিম নাজানো। শুনিছোঁ, ছমাহৰ ভিতৰতেই 'টাউন কমিটি' গঠিত হ'বই। চৰকাৰৰপৰা নিৰ্দেশ আহিছে। তেতিয়া টাউন কমিটিৰ চেয়াৰমেনে নতুন পৰিকল্পনা লব। ইয়াৰ বাবে মই যি পাৰোঁ চেষ্টা কৰিম। আজিৰ নতুন চামৰ চিন্তাধাৰা বৰ ঠেক গণ্ডিৰ হ'ল।" তেওঁ বৰ উদাস ভাবত কথাখিনি ক'লে।

সময়ত টাউন কমিটি গঠন হ'ল। উদ্বোধনী মিটিঙত নানাজনে নানা শিল ফটা কথা ক'লে। কাশী বাবুৱে, সেই কথাটো উত্থাপন কৰিলে। সিদিনা আটায়ে এক কথাতেই হয়ভৰ দিলে যদিও, পিছত কিন্তু কাৰবাৰ মাটি ৰাস্তাত সোমাব, কাৰবাৰ সীমা ইফাল সিফাল হ'ব ইত্যাদি লেঠাত ভৱিষ্যত আশাধাৰী সমাজকৰ্মীসকলে সেই প্ৰস্তাৱটো ফাইলৰ চেপাতেই সুমুৱাই থলে। কোৱা কথা কোৱাতেই থাকিল।

সেয়ে আজি চহৰখনত যেনিয়ে তেনিয়ে কেঞাবন গজা দি ঘৰবোৰ গজিল 'প্লেগ্ড টাউন' হোৱাৰ মুদা মৰিল। আমাৰ দূৰদৰ্শীতাৰ অভাব ফুটি উঠিল।

# কবিতা পুথি প্ৰদৰ্শনী

গুৱাহাটী 'বাণী প্ৰকাশ মন্দিৰ'ৰ শাখা এটি খুলিছোঁহে ভালকৈ খোপনি পুতি থিতাপি লাগিবই পৰা নাই। আমাৰ দোকানৰ সাজ-সজ্জা দেখি মানুহে মোহিত হৈছিল। একেবাৰে নতুনকৈ অসমীয়া ঠাঁচৰ মন্দিৰৰ ভাবমূৰ্তি ৰক্ষা কৰি সজোৱা। 'অসমীয়া কবিতা পুথি'ৰ প্ৰদৰ্শনীৰে বাণী প্ৰকাশ মন্দিৰৰ শাখা উদ্বোধন কৰা হৈছিল। প্ৰদৰ্শনীত ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° মহেশ্বৰ নেওগে বহু আপুৰুগীয়া কবিতা পুথিৰ যোগান ধৰিছিল। অসমত পুথি প্ৰদৰ্শনী বোধহয় এয়ে প্ৰথম আছিল। উদ্বোধন কৰাৰ সাতদিন পিছলৈ প্ৰদৰ্শনী খোলা ৰাখিব লগা হৈছিল। বহুতে সজোৱাটোৱে চাব আহিছিল-- বেৰ কাউণ্টাৰ আদি বেতৰ পাটিৰে সজোৱা। তাৰ মাজে মাজে কলিকতাৰপৰা অনা কুঁহিলাৰ নানা ধৰণৰ ফুল আলিপনা লগোৱা হৈছিল। আনকি ধূপদানীটোও শিল্পকৰ্মৰ নিদৰ্শন স্বৰূপ আছিল। সোঁ মাজতে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কাঠত খোদাই কৰা ছবিৰ ফলক এখন থোৱা হৈছিল। পিছত অৱশ্যে সেইখন গুৱাহাটী আৰ্ট কলেজৰ অধ্যক্ষ জীৱেশ্বৰ বৰুৱাই কিনি নিলে। তেতিয়াৰপৰাই প্ৰকাশন প্ৰতিষ্ঠানৰ নতুন ধাৰাৰ সূচনা হ'ল। গুৱাহাটীত যথেষ্ট সমাদৰ পালোঁ।

উদ্বোধনৰ দিনা ৰাস্তাৰ আধামান আগুৰি সভা পতা হৈছিল। সভাৰ সভাপতি উদ্বোধক আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী নিৰ্দিষ্ট বক্তা অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ন্যায়াধীশ হলীৰাম ডেকা। বিশিষ্ট সাহিত্যিক কবি সম্মানী ব্যাক্তি,সাহিত্যপ্ৰেমী আটায়ে যোগদান কৰিছিল। নানা বাহানা কৰি শিৱসাগৰৰপৰা শিক্ষাবিদ-সাহিত্যিক শিল্পী পৰাগ চলিহাও আহি সভাত যোগদান কৰিছিল। ভাব-গম্ভীৰ পৰিৱেশৰ মাজেৰে 'অসমীয়া কবিতা পুথি'ৰ প্ৰদৰ্শনীৰ উদ্বোধনী সভা সামৰা হৈছিল। প্ৰদৰ্শনী পাঁচদিন চলিছিল কিন্তু স্কুল-কলেজীয়া ছাত্ৰ-ছাত্ৰীৰ অনুৰোধত আকৌ দুদিন বঢ়াই দিয়া হৈছিল। অনেকে অ গসজ্জা চাবলৈকে আহিছিল। বৰ তাৰিফ কৰিছিল। প্ৰত্নতাত্ত্বিক-গৱেষক ৰাজমোহন নাথে

ভিতৰৰ সজোৱা-মিলোৱা চাই 'কোন স্থপতিৰ এনে নিপুন শিল্প নিদৰ্শন' বুলি সুধিছিল।

"তেখেত স্থপতি নহয়, চিত্ৰকৰহে, দেবব্ৰত মুখোপাধ্যায়। তেখেত বিবিধ প্ৰতিভাৰে সমাদৃত অসমক প্ৰাণভৰি ভাল পোৱা ব্যক্তি। আনকি 'স্মৃতিগ্ৰন্থ'খনৰ বেটুপাতৰ চিত্ৰাংকনো চিত্ৰভাগৱতৰপৰাই অংকন কৰি দিছিল। এক সময়ত তেখেতে অসমৰ চিত্ৰ কলা পাটপিটকৈ অনুসন্ধান কৰি ১৯৩৮ চনতেই চিত্ৰভাগৱতৰ চিত্ৰসমূহৰ ওপৰত 'দেশ' পত্ৰিকাত এলানি প্ৰবন্ধ লিখিছিল।"

তেখেতে মোৰপৰা চিত্ৰকৰৰ ঠিকনাটো লৈ গ'ল প্ৰসংশা পত্ৰ এখন লিখিবলৈ বুলি। অসমৰ বাতৰি কাকতসমূহে এই কবিতা পুথি প্ৰদৰ্শনীৰ কথা ধাৰাবাহিকভাৱে লিখিছিল বাণী প্ৰকাশ মন্দিৰৰ প্ৰচেষ্টাক প্ৰসংশা কৰিছিল। 'পুথি প্ৰদৰ্শনীত অসমত বাণী প্ৰকাশেই বাটকটীয়া' বুলি 'অসম বাণী'যে ফলাই লিখিছিল।

বিধান সভা চলি থকা বাবে দুদিন পিছতহে ছিলঙৰপৰা কুলধৰ চলিহা, দেবেশ্বৰ শৰ্মা অমিয় কুমাৰ দাস আৰু তৈযবুল্লা চাহাব আহি ওলালা প্ৰদৰ্শনীত দৰ্শকৰ ভিৰ দেখি অলপ পৰ ৰ'ব লগা হ'ল। তেওলোকে পাটপিটকৈ পুৰণি পুথিবোৰ খুচৰি চালে। বহুত নোপোৱা পুথিও পালে প্ৰায়বোৰে মেলি মেলি চালে। বাণী প্ৰকাশ মন্দিৰৰ প্ৰচেষ্টাক অতিকৈ শলাগিলে। প্ৰদৰ্শনীৰ 'দৰ্শকৰ মন্তব্য বহী'ত এক ধাৰাপাত লিখিলে। তেতিয়া ১৯৫৮ চনৰ অক্টোবৰ মাহৰ কথা।

প্ৰায় এবছৰ হবৰ হ'লেই এদিন হঠাতে তৈযবুল্লা চাহাব আহি ওলাল। তেখেত আমাৰ আপোনজন হিতাকাংক্ষী। দেউতাৰ বন্ধু। মোক মৰমতে 'মইনা বুলি মাতে। 'মইনা এদিন আমাৰ ঘৰলৈ আহিবাচোন বুলি মাতি গ'ল।

আগতেও কেতিযাবা মোক লগ পালে তেওৰ ঘৰলৈ মাতে। মোৰ তেনেকৈ যোৱা নহয় কাচিৎহে যাও। সেইদিনাও যাও বুলি কলোঁ। যাও যাও কৰি থাকোঁতে কেবাদিনো গ'ল। নানা লেঠাত সাঙোৰ খাই পৰাত একপ্ৰকাৰ পাহৰিয়ে গৈছিলোঁ।

হঠাৎ আকৌ এদিন আহি ওলাল। মৰম সনা কঠিন সুৰতেই মাত লগালে মইনা, তোমাৰ আজিকালি ফুটানি হ'ল। কাহানিবাই তোমাক মাতি গ'লোঁ বুঢ়াৰ কথাত কাণসাৰেই নকৰিলা। মই বুঢ়াক মিছাকৈয়ে টানি আজুৰি ভাল পোৱা নহয়।"

তেখেতৰ কথা শুনি লাজতে আধামৰা যেন হ'লোঁ। হাতযোৰ কৰি ক্ষমা খুজি 'কালিলৈ আগবেলাতেই যেনেতেনে যাম' বুলি কথা দিলোঁ।

'যহে যায় যুগী সহে কুব কুবি'। পিছদিনা ওলাওঁতে দহ বাজিলেই। বাটতে এক ফেচাদত পৰিলোঁ। কাছাৰিঘাট পাৰ হৈছোঁহে, কেইজনমান গুৱাহাটী পৌৰ সভাৰ কান্দাৰীয়ে ফান্দপাতি বহি আছে। লগতে আধা পলিচী পোছাকত এজন

নেপালী বৰকান্দাজ। মোক দেখি ভেনা মাখি পৰাদি আহি আগুৰি ধৰিলে। মই চাইকেলৰপৰা নামিলোঁ। কান্দাৰীসকলে চাইকেলৰ টেক্সৰ 'টোকেন' বিচাৰিলে। চাইকেলত লগোৱা নাছিল। সেই বিষয়ে মই একো নাজানো। তেওঁলোকক সকলো কথা বুজাই কোৱাৰ চেষ্টা কৰিলোঁ। মোৰ কোনো কথাৱে নুশুনে, জোকে ধৰা দিলে। ইফালে মোৰ পকেটৰ তলিও উদং। মোৰ নাম ধাম দিলোঁ যদিও তাহাতে নামানে। হঠাতে আহি নেপালী বৰকাণ্ডাজজনে চাইকেলখনত থাপ মাৰি ধৰিলে। মোৰও খং উঠিল। অভদ্ৰ ব্যৱহাৰ দেখি চাইকেলখন এৰি গুচি আহিলোঁ। কিবা ভাবিলে নেকি, তেওলোকৰ এজনে মোক মাতি চাইকেলখন আনিব দিলে। সাতদিনৰ ভিতৰত 'টোকেন' লোৱাৰ কথা ক'লে। এই কেজাং নিচিদিৰ কৰি আহোঁতে আধাঘণ্টামান পলম হ'ল।

দীঘলীপুখুৰীৰ পূবপাৰেৰে গৈ জগদীশ মেধিৰ ঘৰৰ আগ পাইছোঁ। দেখোঁ, মেধি আৰু টকোবাৰীৰ লাল সিং বাৰাণ্ডাতে বহি কথা পাতি আছে। মেধি মোক দেখি গেৰি মাৰি সুধিলে "কিহে বজেইলা চধ্‌ৰিৰ চলি কহে যাবা? হঠাতে কথাষাৰ শুনি চাইকেলত অলপ থকোবকো লাগিছিল। চাইকেলৰপৰা নামি তৈয়বুল্লা চাহাবৰ কথা কোৱাত 'যাবতে আমাৰ ইয়াত সুমে যাবা' বুলি ক'লে। ময়ো তেখেতৰ কথাত হুকাৰ ধৰি তৈয়বুল্লা চাহাবৰ ঘৰৰ ফালে আগবাঢ়িলোঁ।

বাৰাণ্ডাৰপৰাই নজৰ কৰিলোঁ তৈয়বুল্লা চাহাবে একান্তমনে কিবা পঢ়ি আছে। মই যোৱা গমকে পোৱা নাই। বাৰাণ্ডাতে আচাং ইচিংকৈ ইফাল সিফাল কৰি আছোঁ। অলপ পিছত কিবাকৈ গম পালে নেকি 'আহা আহা বহা বুলি কৈ আকৌ পঢ়াত মন দিলে।

অধ্যায়টো পৰাৰ পিছতহে কিতাপখন জপাই মোৰ লগত কথা পাতিব ধৰিলে, "আজি শংকৰদেৱৰ তিথি আমি কবই পৰা নাছিলোঁ। অলপ আগতে মেধিৰ ঘৰৰপৰা মাহ-প্ৰসাদ পঠাওতেহে গম পালোঁ। সেয়ে দুই অধ্যায় কীৰ্তন ঘোষা খনকে পঢ়িলোঁ। আজি ভাল দিনতে আহিছা ভালেই হ'ল।

অ তোমাক মতাৰ কাৰণ হ'ল, মোৰ 'কাৰাগাৰৰ চিঠি নামৰ পাণ্ডুলিপি এখন লিখা আছে। তাৰে ছপা খৰচৰ হিচাপ এটি কৰি দিব লাগে। হয়তো প্ৰকাশৰ বাবে চৰকাৰৰপৰা অনুদান এটা পাবও পাৰোঁ।

যতনাই থোৱা পাণ্ডুলিপিটো ড্ৰয়াৰৰ ভিতৰৰপৰা উলিয়াই মোৰ হাতত দিলে। কাগজ-কলমো দিলে। পাণ্ডুলিপিটো চাই মিলি মাজে মাজে দুই এফাঁকি পঢ়িলোঁ। বেছ মজা লাগিল। তেখেত মাজাতে এবাৰ ভিতৰলৈ গ'ল। মই পাত উলটোৱাৰ চলাতে পঢ়াত মজি গ'লোঁ তেখেত ভিতৰৰপৰা অহাতহে সম্ভাং হ'ল।

তেতিয়াহে খচমচকৈ কাগজ কলম লৈ হিচাপ কৰাত লাগিলোঁ। আনুমানিক খৰচৰ হিচাপ এটি উলিয়াই দিলোঁ। ভাব গতি দেখি হিচাপটোত সন্তুষ্ট হোৱা যেন লাগিল। কলিকতাত কিতাপ ছপোৱা সম্পৰ্কেও নানা কথা আলোচনা হ'ল। মাজতে দেউতাৰ কথাও সুধিলে, বহুত দিন হেনো লগ পোৱা নাই। দেউতা হেনো যুগৰ লগত খাপ খাই চলা বিধৰ, সময়তকৈ বহুত আগবঢ়া। বৰ Progressive - -তেখেতে মন্তব্য কৰিলে। কথা পাতি থাকোঁতেই ল'ৰা এজনে প্লেট এখনত প্ৰসাদ আৰু পানী এগিলাচ দি গ'ল। প্ৰসাদ খাই থাকোঁতে চাহ মিঠায়ো আহিল।

তেখেতৰ টেবুলত 'উলমুল কোৰাণ'খন দেখি হাতত লৈ দুই-এটি পাত উলটিয়াইছোঁ, এনেতে মোৰ হাতৰপৰা থাপ মাৰি নি 'মৰমৰ মইনালৈ' বুলি লিখি পুনৰ মোৰ হাতত দিলে। আগতে কাৰবালাৰ কাহিনী পঢ়িছিলোঁ। হাচান-হুচেনৰ কৰুণ কাহিনী মনত পৰিলেই অন্তৰ ভেদি যায়। এতিয়া কোৰাণৰ বিস্তৃত কাহিনী পঢ়াৰো সুযোগ ঘটিল।

# ড° হাজৰিকাৰ গুৰুভক্তি

পাঠশালাত সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰিছে। ড° ভূপেন হাজৰিকা আহিব। 'বাণী প্ৰকাশ'তে জিৰণি লব বুলি আগধৰি খবৰ দিলে।

ড° হাজৰিকা অহা খবৰটো চাৰিওফালে ছানি গ'ল। সাংস্কৃতিক অনুষ্ঠান পাতিছে বজালী প্ৰগতি সংঘৰ 'আজাদ ভৱন'ত। সকলো যা-যোগাৰ সম্পূৰ্ণ হৈছে। নিৰ্দিষ্ট দিনৰ দিনা বেলি অলপ হলাৰ লগে লগে দলে দলে মানুহ আহিব ধৰিলে। দুই-এখন মটৰ গাড়ীও বাণী প্ৰকাশৰ সম্মুখতে ৰ'লহি। জাকেহতি ডেকা ল'ৰাহঁতে আহি দোকানত ভিৰ কৰিলে। কথা বিসংগতি দেখি মানুহৰ ভিৰ চম্ভালা টান হব যেন পাই বাণী প্ৰকাশৰ গাতে লগা অৰ্পনা ষ্টুডিঅ'ৰ মালিক ৰাধা পাটগিৰিৰ নকৈ সজোৱা ঘৰটোতে বহাৰ বন্দৱস্ত কৰা হ'ল। ৰাধা পাটগিৰি বিখ্যাত ৰাণাপাটগিৰি বংশৰে, বৰ চৌখিন ডেকা। তেৰেঁই আগভাগ লৈ সকলো বন্দবস্ত কৰিলে। যথা সময়ত ড° হাজৰিকা আৰু তেওৰ ভায়েক জয়ন্ত আহিল যদিও আমাৰ দোকানত সোমোৱাৰ লগে লগে গিজ খাই থকা মানুহৰ ভিৰত উশাহ নোপোৱা যেন হ'ল। কথা বিষম দেখি পাছফালৰ সুৰসুৰীয়া বাটটোৰে নি ৰাধাৰ ঘৰত সুমুৱাই দিহে উশাহ পালোঁ। ভিৰৰ বেছিভাগ ল'ৰা-ছোৱালীয়ে 'অটোগ্ৰাফ' লোৱাৰ জাউৰ তুলিছিল। ৰাধাৰ ষ্টুডিঅ' চেৰাইহে হাজৰিকাই জিৰণি লোৱা ঘৰটোলৈ যাব লাগে কাৰণে ভিৰ কৰা সকলে সুৰুঙা উলিয়াব নোৱাৰি ৰাস্তাটেই ভিৰ কৰি থাকিল।

মোৰ মাজু ভিনিহিদেউ অৱসৰপ্ৰাপ্ত শিক্ষক। অৱসৰ পালেও বেছ তজবজীয়া আজিৰ যুগৰ ডেকাতকৈ ডেকা। চাইকেল মাৰি ঘুৰি ফুৰে। পাঠশালাৰপৰা তিনি মাইল নিলগত ঘৰ। সিদিনা হঠাতে কিবা এটি সকামত পাঠশালালৈ আহিছিল। এনেতে মানুহৰ ভিৰ দেখি কথাটোনো কি বুলি সোধাত ড° ভূপেন হাজৰিকা অহাটো গম পালে। তেওঁৰো হাজৰিকাক লগ পোৱাৰ হেঁপাহ জন্মিল। একেবাৰে সৰুতে পাইছিল। এতিয়া বাইজে জনা মানুহ হ'ল। দেখা পোৱাৰ কিবা সংগতি লাগে নে নাই! মনতে অলপ দ্বিধাও জন্মিল।

বহুত দিন আগৰ কথা। ভিনিহিদেউ তেতিয়া গুৱাহাটীৰ সোণাৰাম হাইস্কুলত পঢ়ে। পঢ়াত বৰ চোকা, ইফালে খেলা-ধূলাতো বৰ পাকৈত। ফুটবল খেলত বেছ নাম আৰ্জিছিল। তাৰ উপৰি সুন্দৰ বাঁহীও বজাইছিল।

সোণাৰাম স্কুলৰ সন্মুখত হাজৰিকা পৰিয়াল থাকে। ড° হাজৰিকাৰ দেউতাক নীলকান্ত হাজৰিকা চৰকাৰী চাকৰিয়াল। বৰ পৰিপাটীৰ মানুহ— নাথাই হলেও ল'ৰা-ছোৱালীক মানুহ কৰাত যত্নৰ ত্ৰুতি কৰা বিধৰ নহয়। ইফালে মোৰ ভিনিহিদেউ সময়-সুবিধা চাই ঘৰুৱা শিক্ষকৰ কাম কৰি যি এটকা-দুটকা পায় তাৰে খৰচ চলায়। ঘৰৰপৰা মাজে সময়ে চাউল-পাত আনে নিজে ৰান্ধি খায়। শান্তিপুৰলৈ যোৱা বাটত ৰেল লাইনটো পাৰ হলেই সোঁফালে পাঠশালাৰ ডাং জিনাৰাম দাসৰ ঘৰ। তাতেই থাকে।

এদিন নীলকান্ত হাজৰিকাই মাতি নি ঘৰুৱা শিক্ষকৰ কাম যাচিলে— "ভূপেন আৰু কুইনক তোমাক সঁপি দিলো। তাহাঁতৰ অকল পঢ়া-শুনায়ে নহয় আজৰি সময়ত খেলা-ধূলা, ব্যৱহাৰ-পাতি সকলোতে চকু দিব লাগিব।

পিছে তোমাৰ মাননি কিমান লাগিব?

'বেছি নালাগে দুটকামান হলেই মাহেকৰ খৰচ কুলাব পাৰিম।'

হব বাৰু। কথা হলে পকা-পকি হ'ল।

সেইমতে নিতৌ তাহাঁতক পঢ়ায। আবেলি সময় হলে অলপ ফুৰিবলৈ লৈ যায। বাটত যাওতে দেশ-বিদেশৰ নানা কথা কৈ যায। কেতিয়াবা আকৌ ৰামায়ণ মহাভাৰতৰ কাহিনীও কয। মাজে মাজে খেলা-ধূলাও কৰে। শিক্ষকতকৈ বেছি আপোনজন হৈ পৰিল। ভিনিহিৰ বাঁহীৰ টানৰ লগত তাহাঁতৰ গানৰ সুৰও মিলোৱা হ'ল। পঢ়াত ভালেই কৰিব ধৰিলে। আগৰ চটপটীয়া ভূপেনৰ পঢ়ালৈ ধাউতি বাঢ়িল। তাহাঁতৰ মাক শান্তিপ্ৰিয়া বৰ সাদৰি। পঢ়াৰ মাজতে চাহ একাপ আৰু আন একো নহলে দুখন বিস্কুটকে লগত দি যায। প্ৰথমে ভিনিহিয়ে হেহুনেহু কৰিছিল। 'নহয় বোপা খোৱা। - মাকে জোৰ কৰিছিল। ইয়াৰ আগতে কিন্তু কাৰো ঘৰত এনেকৈ চাহ খোৱা মনত নপৰে। ভিনিহিৰ আবেলিৰ টিফিন' তাতেই হোৱা হ'ল।

ইতিমধ্যে মাহ উকলিল। পইচা পোৱাৰ পাল। মাকে পাণবটা এখনত নগদ পাঁচ টকা ৰূপ দি ভূপেন আৰু কুইনৰ হাতত পঠাই দিলে। দুয়ো তাহাঁতৰ শিক্ষাগুৰুক আঠুকাঢ়ি সেৱা কৰি গুৰুদক্ষিণা আগবঢ়ালে। ভিনিহিদেইৱে নোচোৱাকৈয়ে টকাকেইটা জেপত ভৰাই থলে।

পিছদিনা ৰাতিপুৱাতে নীলকান্ত হাজৰিকাৰ ঘৰ আহি ওলাল। বৰেৰপুৱাই

অহা দেখি তেওঁলোকেও অলপ আচৰিতেই হ'ল— কিজানি কিবা বিপদেই হ'ল। সিদিনা ৰাতি দেউতাকো আহি পাইছে।

ভিনিহিদেউৱে গৈয়েই মাকক সুধিলে "কালি মোক কিমান টকা দিছিল?"

মাকে উচপ খাই উঠাৰ দৰে উঠিল, "কিয় পাঁচ টকা। কম হ'ল নেকি?"

"নহয়, বেছিকৈহে দিছে? মোৰ লগত বন্দবস্ত আছিল দুটকাৰহে। কিন্তু আপোনালোকে কিবা ভুলতেই নেকি পাঁচ টকা দিলে।"

এনেতে দেউতাকে হাঁহি হাঁহি ওলাই আহিল। আহা আহা বহা। তোমাৰ খাতনি চাই আৰু অলপ বেছিহে দিব লাগিছিল। যিয়ে নহওক, ইহঁতক পঢ়োৱা বাবদ দৰমহা দুটকাহে। কিন্তু বাকী সময়খিনি তাহাঁতক 'মানুহ কৰাৰ কাৰণে' খটাৰ বাবেহে দিছোঁ সেই তিনি টকা।

ভিনিহিদেউৱে তেনে কথা শুনি থৎমৎ খালে। নালাগে বুলি কোৱাটো জোৰ কৰিয়ে দিলে। ভিনিহিদেউৰ ওপৰত গভীৰ বিশ্বাস জন্মিল। তেওলোক আৰু আপোন হৈ পৰিল। তেতিয়া ৩২ ৩৩ চন মানৰ কথা।

বহুত যুগ পিছত আজি সেই অকণমান ভূপেনক ওচৰতে পাইছে। এতিয়া দেশ-বিদেশে জনা মানুহ হ'ল নাম-যশ খ্যাতি ছানি গ'ল। মনতে গৌৰৱ অনুভৱ কৰিলে। আমাৰ পাছফালৰ বাটটোৰে লৈ যোৱা হ'ল। দুৱাৰ বন্ধ কৰি প্ৰিয় শিষ্যই শুই আছে। জয়ন্ত বাহিৰতে আছিল। জয়ন্তক কথাটো কোৱাত আমাৰ দোকানতে অলপ বহিবলৈ ক'লে। আধা ঘণ্টামানৰ ভিতৰতেই খবৰ পঠাব। ভিনিহিদেউ দোকানলৈ আহিল কিন্তু অকণমান পিছতেই ডাক পৰিলেই।

ড° হাজৰিকাৰ সন্মুখত ভিনিহি থিয় হওতেই 'ছাৰ আপুনি' আমাৰ আজি কি সৌভাগ্য বুলি কৈযে আঠুকাঢ়ি সেৱা কৰিলে। ভিনিহিদেউ হতভম্ব। দুয়োজনৰে মুখৰ মাত হৰিল দুয়োজনৰে আনন্দাশ্ৰু নিগৰি গ'ল।— 'জয়ন্ত ছাৰক সেৱা কৰ। ড° হাজৰিকাই ভায়েকক নিৰ্দেশ দিলে। গুৰু শিষ্যৰ মহা মিলনত কাষত থকাসকলে থৰ হৈ চাই থাকিল।

'চাৰ আজিৰ এই অনুষ্ঠানত আপুনি যেনেতেনে থাকিব লাগিব অন্ততঃ অলপ সময়ৰ কাৰণে হলেও।

"এতিয়া মই অৱসৰপ্ৰাপ্ত মানুহ। বয়সো হ'ল। বেছি ৰাতিলৈকে ক'তো নাথাকোঁ। যদি বেয়া নোপোৱা ।'

"নহয় ছাৰ আপোনাক সোনকালেই থোৱাৰ বন্দবস্ত কৰিম। চিন্তা কৰিব নালাগে। থাকিলে মই নতুন জীৱন পোৱা যেন পাম।

"বাৰু হ'ব। মোক থব নালাগে। মোৰ চাইকেল-টর্চ আছেই। যাব পাৰিম।"

গাৰ নোম নেদেখা হোৱাত সাংস্কৃতিক অনুষ্ঠানলৈ যাবলৈ ওলাল। একেলগে ভিনিহিদেউকো লৈ গ'ল। আগবশাৰীতে বহুৱালে। আজি যেন ড° হাজৰিকাৰ নতুন উদ্যম, নতুন উল্লাস।

মঞ্চত উঠিয়ে আৰম্ভ কৰিলে, "আজি মোৰ সৌভাগ্যৰ দিন। বজালীৰ 'বাণী প্ৰকাশ'মোৰ অতি আপোন। বাণী প্ৰকাশৰ সৌজন্যতেই বহুতবাৰ বজালীলৈ আহিছোঁ।এই বজালীৰে বামুণকুছি গাঁৱৰ বাণীকান্ত শৰ্মা মোৰ শিক্ষাগুৰু, আদিপাঠৰ আদৰ্শগুৰু। বহুযুগ পিছত হলেও মোৰ গুৰুক আজিৰ এই সাংস্কৃতিক সমাৰোহত হাততে পাই অপাৰ আনন্দ পাইছোঁ, গৌৰৱবোধ কৰিছোঁ। বজালী আৰু আপোন হৈ পৰিল, এৰাব নোৱাৰা সম্পৰ্ক গঢ়ি উঠিল। সংস্কৃতিৰে ইয়ো এটি আধাৰ।"

তেওঁ আকৌ হাতযোৰ কৰি শিক্ষাগুৰুলৈ সেৱা জনালে, লগতে বজালীৰ ৰাইজলৈও।